# চুটিয়া, ভুঞা আৰু মটক ৰাজ্য

সৰ্ব্বানন্দ ৰাজকুমাৰ

প্ৰকাশন পৰিষদৰ আৰ্থিক সাহায্যত প্ৰকাশিত

# সূচী


| বিষয় | পৃষ্ঠা |
|---|---|
| ১। আগকথা<br>শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী | |
| ২। আগকথা<br>ড: শ্ৰীপদ্মেশ্বৰ গগৈ এম-এ, ডি-ফিল ... | |
| ৩। পাতনি<br>শ্ৰীসৰ্ব্বানন্দ ৰাজকুমাৰ .. | |
| ৪। চুটিয়া ৰাজ্য ... | ১-৪২ |
| ৫। ভূঞা ৰাজ্য ... .... | ৪৩-৬২ |
| ৬। মটক ৰাজ্য .... .... | ৬৩-৯৮ |

# আগকথা

ভাৰত বুৰঞ্জীৰপৰা কামৰূপ আৰু পিচত আৰু অসম নাম পোৱা এই বিচিত্ৰ দেশখনৰ বিষয়ে কোনো কথা নির্ভৰযোগ্যভাৱে জানিবলৈ পোৱা নাযায়। সম্ভৱতঃ এই দুৰ্গম দেশৰ কথা-কাহিনীও ভাৰতৰ বুৰঞ্জীবিদ্‌সকলৰ কাৰণে দুৰ্গম আৰু সেই বাবেহে আজি আমি বুৰঞ্জীৰ গমলেৰে ভৰি থকা দেশখনৰ কিবা এটা কথা নির্ভৰযোগ্যভাৱে জানিবলৈ হলে বিপুল প্ৰয়াস কৰিব লাগে। আমাৰ দেশৰ ইতিবৃত্ত এন্ধাৰে এইদৰে আৱৰি থৈছে যে তাৰপৰা তথ্য সংগ্ৰহ কৰি উলিয়াবৰ বাবে খুন্দা-খুন্দলি খাব লাগে। ইয়াৰ মাজতে চাৰ এডোৱাৰ্ড গেইট্‌, কনকলাল বৰুৱা প্ৰমুখ্যে কেইবাজনো লোকে এই এন্ধাৰৰ আৱৰণ কিছুদূৰ অপসাৰিত কৰি থৈ গৈছে আৰু 'তিমিৰ ফাড়িযা বাজ হোৱা তাৰ কিৰণ'ত কেইবাজনো গুণী প্ৰত্নতাত্ত্বিক আৰু গৱেষকে অসমৰ এই এন্ধাৰ যুগৰ বুৰঞ্জীৰ তথ্য উদ্‌ঘাটন কৰিবলৈ যত্নপৰ হৈছে। শ্ৰীসৰ্ব্বানন্দ ৰাজকুমাৰদেৱকো এইসকলৰে একজন বুলি ধৰিব পাৰি। তেখেতে অকল কিম্বদন্তিৰ ওপৰতে নির্ভৰ নকৰি বৈজ্ঞানিক ভেটিত তথ্যবিলাকৰ আলোচনা কৰি বাৰভূঞা, মটক, দেউৰী, চুটিয়াসকলৰ মূল সত্যৰ বিষয়ে যথাসাধ্য অনুসন্ধান কৰিছে।

আহোম স্বৰ্গদেৱসকলৰ লগত এই কেউজাতিৰে সংমিশ্ৰণ আৰু সংঘৰ্ষ হৈছিল। প্ৰত্যেকে নিজৰ সত্তা সুযোগ্যভাৱে ৰক্ষা কৰি নিজৰ বৈশিষ্ট্যৰ চিনাকি দি অসমীয়াৰ জাতীয় জীৱন চহকী কৰি থৈ গৈছে। দেউৰী পূজাৰীসকলক যে আমাৰ স্বৰ্গদেউসকলে বিশেষ সন্মান প্ৰদৰ্শন কৰিছিল আৰু অসমত যে পোনপ্ৰথমে ডিমাপুৰৰ কছাৰীসকলেই ইটা আৱিষ্কাৰ কৰি দৌল-দেৱালয় সজাৰ আহিলা দি থৈ গ'ল, সেইটো ৰাজকুমাৰদেৱৰ আলোচনৰপৰাই সকলোৱে জানিব পাৰিব। মুঠৰ ওপৰত এই পুথিখনিয়ে ভৱিষ্যত অসমৰ বহল বুৰঞ্জী ৰচনাৰ কামত যে আৰিয়া ধৰি সহায় কৰিব সেইটো নক'লেও হব। পুথিখনৰ কোনো কোনো মত লেখকৰ নিজস্ব হলেও, তাত অন্যৰ আপত্তিৰ কাৰণ ন'হব বুলি ভাবোঁ।

শ্ৰীবিষ্ণুনাৰায়ণ শাস্ত্ৰী
সচিব,
প্ৰকাশন পৰিষদ।

গুৱাহাটী,
৩১।১২।৬৪

# আগকথা

চুটিয়া, ভূঞা আৰু মটক ৰাজ্য" নামৰ এই বুৰঞ্জীমূলক পুথিখনি শ্ৰীযুত ৰাজকুমাৰ দেৱে এতিয়ালৈকে প্ৰকাশিত আৰু হাতে চুকি পোৱা বুৰঞ্জী পুথিবিলাকৰ উপৰিও নিজে অসমৰ প্ৰায়বিলাক ঐতিহাসিক স্মৃতি-চিনপূৰ্ণ ঠাইতে ভ্ৰমণ কৰি সংগ্ৰহ কৰা সমল আৰু দুষ্প্ৰাপ্য পুৰণি চৰকাৰী নথি-পত্ৰত থকা বিবৃতিৰ ওপৰত ভিত্তি কৰি ৰচনা কৰিছে। চৰকাৰী বিষয়া হিচাবে উক্ত নথি-পত্ৰ উদ্ঘাটন কৰাত আৰু বিভিন্ন ঠাইত ভ্ৰমণৰ সুযোগ পোৱাত তেখেতৰ যি সুবিধা আছিল সাধাৰণতে আন লিখকৰ তেনে সুবিধা নেথাকে। এই সুবিধা পোৱাৰ ফলত শ্ৰীযুত ৰাজকুমাৰ দেৱে তেখেতৰ গৱেষণা কাৰ্য্য অধিক সুচাৰুভাৱে কৰিব পাৰিছিল আৰু পুথিখনিত চুটিয়া, ভূঞা আৰু মটকসকলৰ বিষয়ে অনেক নতুন কথা সন্নি-বিষ্ট কৰি তাক পঢ়ুৱৈ সমাজৰ আগনৈ উলিওৱাত কৃতকাৰ্য্য হৈছে।

চুটিয়া, মটক আৰু অসমৰ ভূঞাসকলৰ বিষয়ে যিবিলাক প্ৰকাশিত আৰু মুখে মুখে চলি অহা ইতিবৃত্ত পোৱা যায় সি সম্পূৰ্ণ নহয় আৰু তাৰ অনেক ভাগ কিংবদন্তিমূলক। এই তিনি গোষ্ঠীৰ বিষয়ে যিখন বহল অধ্যয়ন আৰু গৱেষণা-ক্ষেত্ৰ পৰি আছে তাত বৰ্ত্তমান অসমীয়া লেখক-সকলৰ ভিতৰত কোনেও পূৰ্ণাঙ্গ বুৰঞ্জী উদ্ধাৰ কৰাৰ উদ্দেশ্যে আত্মনিয়োগ কৰা নাই। শ্ৰীযুত ৰাজকুমাৰ দেৱৰ এই পুথিখনি এই ক্ষেত্ৰত এক নতুন প্ৰচেষ্টা। এই তিনি গোষ্ঠিৰ বিষয়ে একোখন নিৰ্ভুল পূৰ্ণাঙ্গ বুৰঞ্জী লিখাটো সহজ কামো নহয়। নানা কথাৰ মাজৰপৰা নিৰ্ভুল অংশ উদ্ধাৰ কৰাটো বুৰঞ্জী লিখাৰ বিচাৰ পদ্ধতি জনাৰ ওপৰত নিৰ্ভৰ কৰিব। এই বিষয়েও শ্ৰীযুত ৰাজকুমাৰ দেৱক অনেক দূৰ কৃতকাৰ্য্য হোৱা দেখা যায়।

পঢ়ুৱৈ সমাজৰপৰা এই পুথিখনিয়ে সমাদৰ লাভ কৰিলে ইয়াৰ ভৱি-ষ্যত সংস্কৰণ ইয়াতকৈ বৃহত্তৰ আকাৰত ওলাব বুলি আশা কৰা যায়। অসমৰ বুৰঞ্জী গৱেষণাত এই পুথিয়ে বহুমূলীয়া সমল যোগাব বুলি কব পাৰি।

শ্ৰীপদ্মেশ্বৰ গগৈ

# পাতনি

১৯৫২ চনৰ দুৰ্গা পূজাৰ বন্ধ। হাতত কোনো কাম নাই। সময়ৰ সদব্যৱহাৰ কৰিবলৈ যাওঁতে "ভুঞাৰাজ্য" প্ৰবন্ধ ১৮-১০-৫২ তাৰিখে সম্পূৰ্ণ হল। সেইদৰে "মটকৰাজ্য" প্ৰবন্ধও মনৰ খুদুৱনিত ওলাই পৰিল ২১-১২-৫২ তাৰিখে। ডিব্ৰুগড় হাইস্কুলৰ সহকাৰী শিক্ষক শ্ৰীভুজিলেশ্বৰ হাজৰিকা, বি,এ ,বি,টি দেৱৰ অনুৰোধ ৰক্ষা কৰিবলৈ গৈ "চুটিয়া জাতি" প্ৰবন্ধ ২৪-৮-৫৯ তাৰিখে লিখি শেষ কৰোঁ। তিনিওটা প্ৰবন্ধ অসম সাহিত্য সভা পত্ৰিকাত প্ৰকাশ হৈছিল। সেইবাবে অসম সাহিত্য সভাৰ ওচৰত মই কৃতজ্ঞ। পৰি থকা এই তিনিওটা প্ৰবন্ধ গোটাই আৱশ্যকীয় সাল-সলনি কৰি, ৰাইজৰ আগত দাঙি ধৰিবলৈ মন মেলি এই পুথি যুগুত কৰিলোঁ। ডঃ শ্ৰীপদ্মেশ্বৰ গগৈ, এম ,এ , পি, এইচ, ডি দেৱে পুথিখনি চকু ফুৰাই "আগ-কথা" লিখি দিয়াত তেখেতলৈ মোৰ আন্তৰিক কৃতজ্ঞতা জনালোঁ।

ৰাইজক কিবা নজনা কথা জনাম বুলি এই পুথি ৰচনা কৰা নাই। নিজে দেখি-শুনি, আৰু প্ৰকাশিত বুৰঞ্জী, গেজেটীয়াৰ, প্ৰবন্ধ আদি পঢ়ি আৰু দুই চাৰি চৰকাৰী নথি-পত্ৰ চাই, যি জানিব পাৰিলোঁ তাকেহে লিখিলোঁ। ইয়াত হয়তো বহুত ভুল ভ্ৰান্তি আছে। সদাশয় ৰাইজে ভুলখিনি বাদ দি প্ৰকৃত সত্যখিনিহে গ্ৰহণ কৰিব বুলি আশা কৰিলোঁ। সত্যৰ খাতিৰত যদি কোনো অগৰীয়া কথাই ঠাই পাইছে তেনে সেই জগৰ ৰাইজে অনুগ্ৰহ কৰি নিজগুণে মৰিষণ কৰিব।

অসম প্ৰকাশন-পৰিষদে অনুগ্ৰহ কৰি, এই প্ৰবন্ধ তিনিটা প্ৰকাশ নকৰা হেঁতেন আন্ধাৰতে জাহ গলহেঁতেন। এই কাৰণে মই অসম প্ৰকাশন-পৰিষদৰ ওচৰত চিৰকৃতজ্ঞ।

শ্ৰীযোগেন্দ্ৰ নাথ শৰ্ম্মা দেৱে ছপাখানাৰে সৈতে যোগাযোগ কৰি, এই পুথি ছপা কৰাত সহায় কৰাৰ কাৰণে তেখেতলৈ মোৰ আন্তৰিক শলাগ জনালোঁ। ইতি

গুৱাহাটী
৭।৭।৬৪

শ্ৰীসৰ্ব্বানন্দ ৰাজকুমাৰ

# চুটিয়া ৰাজ্য

বৰ্ত্তমান চুটিয়াসকল অসমীয়া জাতিৰ এটি সম্প্ৰদায়। একালত তেওঁলোকৰ নিজৰ ৰাজ্য আৰু ৰজা আছিল আৰু সেই ৰাজ্যত তেওঁলোকৰ ৰজাই তিনি শ বছৰৰ অধিক কাল সুখ্যাতিৰে ৰাজত্ব কৰিছিল বুলি কয়। তেওঁলোকৰ বিজয়-ধ্বজা গৌড়ৰাজ্যলৈকে উৰিছিল। আজি তেওঁলোক এসময়ত অসমত ৰাজত্ব কৰা আহোম, কোচ, মৰাণ আদিৰ দৰে পাচপৰা সম্প্ৰদায়ত ( other backward classes ) ভুক্ত।

চুটিয়া সকলে নিজৰ বুৰঞ্জী নিজৰ ভাষাত লিখি থৈ যোৱাৰ কোনো প্ৰমাণ পোৱা নেযায়। তেওঁলোকে অসমত ৰাজ্য স্থাপন কৰোঁতে অসমত বুৰঞ্জী লিখা প্ৰথা নাছিল। আহোমসকলৰ সংসৰ্গত অহাতহে তেওঁলোকৰ কথাই আহোম বুৰঞ্জীত ঠাই পায়। জনশ্ৰুতি বাদ দি লিখিত বুৰঞ্জী হিচাপে আহোমসকলে সংগ্ৰহ কৰা বুৰঞ্জীৰপৰাহে চুটিয়া জাতি সম্বন্ধে কিছু কথা জানিব পাৰি। সেই মতে ভীৰ্ম্মোক বংশী বীৰপালেই দ্বাদশ শতিকাত চুটিয়াসকলৰ প্ৰথম ৰজা। তেওঁলোকৰ ৰাজবংশাৱলী এখনো উক্ত সংগৃহীত বুৰঞ্জীত শক তাৰিখ দি সন্নিবিষ্ট কৰা পোৱা যায়। আহোমৰ নিজৰ মূল টাই ভাষাৰ বুৰঞ্জীত চুটিয়াসকলক টিউৰা জাতি বুলিছে।

চুটিয়াসকলৰ বুৰঞ্জীৰ বিষয়ে বিশেষভাৱে গৱেষণা হোৱা বুলি মনে নধৰে। চুটিয়াসকলৰ ৰাজ্যৰ চাৰিসীমাৰ ভিতৰত তেওঁলোকৰ ক'ত কি স্মৃতি চিহ্ন আছে জনা নাযায়। আহোমসকলৰ লগত তেওঁলোকে যুদ্ধ কৰোঁতে যিবিলাক ঠাইৰ নাম পোৱা যায় সেইবিলাক ঠাই বৰ্ত্তমানে ক'ত আৰু কি বুলি জনাজাত তাৰো নিশ্চয়তা নাই। তেওঁবিলাকৰ

আদি বাসস্থান হিচাপে যি সোণাগিৰি, ব্যাঙ্গলগিৰি, নীলগিৰি, চন্দ্ৰগিৰি বা চন্দনগিৰি আদি পৰ্ব্বতৰ নাম পোৱা যায়, সেই পৰ্ব্বতবিলাক সোৱণশিৰী নৈৰ আগলিত থকা যেন বোধ হয়; কিন্তু বৰ্ত্তমান সেই পৰ্ব্বতবিলাক কি নামে জনাজাত, কওঁতা কোনো ওলোৱা নাই। তেওঁলোকৰ ৰাজ্যৰ চাৰি-সীমাও সঠিককৈ জনা নাযায়।

প্ৰকাশিত বুৰঞ্জী, ৰিপৰ্ট, প্ৰবন্ধ, দিষ্টিক্ট গেজেটীয়াৰ আদিত পোৱা তথ্যৰ ওপৰত নিৰ্ভৰ কৰি চুটিয়া জাতিৰ বিষয়ে তলত আভাস দিয়া হল:— Colonel L.W. Shakespear, Mr. Endle আৰু Sibsagar District Gageltеer ৰ মতে চুটিয়াবিলাক বড়োজাতিৰ মানুহ। Mr. Endle চাহাবৰ মতে অসমৰ ৰাভা, গাৰো, মৰাণ, মেচ, ধিমাল, কোচ, চোলানিমিয় ( Solanimias ), মহলীয়া ( Mohlias ) , ফুলগুৰীয়া, শৰণীয়া, দিমাছা (কচাৰী), হোজাই, লালুং, হাজোংবিলাকো বড়ো জাতিৰ অন্তৰ্ভুক্ত। বড়ো জাতিৰ ভিতৰত অসমৰ প্ৰাগ্-ঐতিহাসিক যুগত কছাৰীসকল গোটেই অসম উপত্যকাতে বিয়পি পৰিছিল আৰু ঠায়ে ঠায়ে ৰাজ্য স্থাপন কৰিছিল। কাচাৰ দিষ্ট্ৰিক্ট্ গেজেটীয়াৰত পোৱা যায় যে কছাৰীসকল ইন্দো-চাইনিজ আৰু ইয়াংচিকিয়াং আৰু হোৱাংহো নদীৰ মাজৰ ঠাইৰপৰা আহিছিল। উত্তৰ কাচাৰৰ এসময়ৰ মহকুমাধিপতি Mr. Dundas ৰ মতে কছাৰীসকল (ব্ৰহ্মপুত্ৰ) আৰু চাগি নদীৰ সঙ্গমস্থলৰপৰা বামে আৰু পানীয়ে আহি কামৰূপৰ নীলাচল পৰ্ব্বত পায়হি আৰু তাৰ পৰা দিমাপুৰলৈ আহে। Mr. Fisher চাহাবে কয় যে কাচাৰৰ কছাৰীবিলাকে এসময়ত কামৰূপত শাসন কৰিছিল আৰু তেওঁলোকৰ ৰাজবংশ ৰজা হাচুংচাৰ বংশধৰ। Mr. Risley চাহাবে কয় যে লিম্বু প্ৰবাদ মতে মানৱ জাতি উৎপাদন কৰোঁতা দুজনৰ এজনে কাচাৰ দেশত বাস কৰিছিল। নেপালীবিলাকৰ মতে ব্ৰহ্মপুত্ৰ আৰু কুশি নদীৰ মাজৰ পৰ্ব্বতৰ তলিতে এই দেশ। এওঁৰ পৰাই কোচ, মেচ আৰু ধিমাল জাতিৰ উৎপত্তি। Mr. Risley চাহাবে "কাচাৰ" বোলা ভূখণ্ডক Mr. Brayan Mr. Hodgson আৰু Colonel Shakespear চাহাবে "কচচ" বুলিছে। এই "কাচাৰ" বা "কচচ" দেশত আদিতে বাস কৰা কাৰণেই তাৰ বাসিন্দাসকল পাচত কছাৰী নামে জনাজাত হব পাৰে। আনহাতে কচাৰীবিলাক অতীজতে শিৱসাগৰ জিলা, লক্ষীমপুৰ জিলা আৰু সদিয়াত থকাৰ প্ৰমাণ পোৱা যায়। কছাৰী ভাষাত

"দৈ" বা "দুই" শব্দে "পানী" বা "নৈ" বুজায়। "দৈ" বা "দুই"ৰ অপভ্ৰংশ হ'ল "দি"। দিলাও (ব্ৰহ্মপুত্ৰ), দিক্ৰং (সদিয়াৰ ওপৰে), দিহিং, দিবাং, দিক্ৰং (উত্তৰ লক্ষীমপুৰত), দিক্ৰু, দিকৰাই (ভৰলীত পৰিছে), দিহিং, দিমৌ, দিছাং, দিখৌ, দিচৈ (ভোগদৈ) দিমা (ধনশিৰী-গোলাঘাটত) আদি নৈবিলাকৰ নাম কছাৰীসকলে দিয়া। কছাৰীসকলে সদিয়াৰ কেঁচাইখাতী গোসাঁনীক পূজা কৰিছিল আৰু হয়তো এতিয়াও কোনোৱে কৰে।

১২২৮ খৃঃত চাওলুং ছুকাফাৰ তলে টাইসকল সৌমাৰলৈ আহি সাম্ৰাজ্য স্থাপন কৰে। তেওঁলোকৰ মাজত অতীজৰপৰা বুৰঞ্জী লিখা প্ৰথা প্ৰচলিত আছিল আৰু তেতিয়াৰপৰা আমি অসমৰ লিখিত বুৰঞ্জী পাওঁ। তেওঁলোক পাচত আহোম নামে জনাজাত হল আৰু তেওঁলোকৰ সাম্ৰাজ্যই অসম নাম পালে। আহোমসকল অসমলৈ আহোঁতে ব্ৰহ্মপুত্ৰ উপত্যকাৰ শিৱসাগৰ আৰু লক্ষীমপুৰ জিলাৰ একখণ্ডত মৰাণ আৰু বৰাহী বজাই, তেওঁলোকৰ ৰাজ্যৰ উত্তৰ পূবে পৰ্ব্বতলৈকে আৰু সদিয়াৰ চাৰিওফালে চুটিয়া বজাই, চুটিয়াসকলৰ পশ্চিমে ব্ৰহ্মপুত্ৰৰ উত্তৰে কমতাপুৰ ৰাজ্যৰ পূব সীমালৈকে ভূঞাবিলাকে, ব্ৰহ্মপুত্ৰৰ দক্ষিণে দিখৌ নৈৰ পূবৰপৰা বা মৰাণ আৰু বৰাহী ৰাজ্যৰ পশ্চিমৰপৰা নগাওঁৰ একখণ্ডলৈকে কছাৰী-বিলাকে, কছাৰী আৰু কমতাপুৰ ৰাজ্যৰ মাজত দক্ষিণ পাৰৰ ভূঞাবিলাকে ৰাজত্ব কৰিছিল আৰু উত্তৰ আৰু দক্ষিণ পাৰৰ ভূঞা ৰাজ্যৰ পশ্চিমে কমতা-পুৰ ৰাজ্য আছিল। এতেকে ১২২৮ খৃঃত ব্ৰহ্মপুত্ৰ উপত্যকাত চুটিয়া, মৰাণ, বৰাহী আৰু কছাৰী ৰাজ্য নামে চাৰিখন বড়ো ৰাজ্য আছিল।

সদিয়া অঞ্চলত থকা তাম্ৰেশ্বৰী মন্দিৰ বা কেঁচাইখাতী গোসাঁনীৰ আৰু নৈবিলাকৰ নামৰপৰা চুটিয়াসকলৰ আগতে তাত কছাৰী ৰাজ্য আছিল বুলি অনুমান কৰিব পাৰি। সেই ৰাজ্য কোনে কেতিয়া, ক'ৰপৰা ক'লৈকে স্থাপন কৰিছিল, কিমান দিন স্থায়ী আছিল আৰু কেতিয়া, কেনেকৈ ধ্বংস হল জনা নাযায়। ১৫৩১ খৃঃত আহোমসকলে ধনশিৰী উপত্যকাৰ কছাৰী ৰাজ্য আহোম ৰাজ্যত চামিল কৰাতহে তেওঁলোকে ডিমাপুৰ ত্যাগ কৰি, কাছাৰলৈ যায় আৰু পাচত তাত কছাৰী ৰাজ্য স্থাপন কৰি, মায়বঙত ৰাজধানী পাতিছিল। আহোমসকলে প্ৰথমে মৰাণ আৰু বৰাহী ৰাজ্য দখল কৰি সৌমাৰত আহোম সাম্ৰাজ্যৰ ভেঁটি স্থাপন কৰে। তেওঁলোকে ৰাজ-নৈতিক কাৰণত বিশেষ ক্ষেত্ৰত মৰাণ আৰু বৰাহী তিৰোতা বিয়া কৰাই

তেওঁবিলাকৰ লগত বৈবাহিক সুত্ৰত আবদ্ধ হ'য় আৰু তেওঁলোকৰ ভালেমান উপযুক্ত লোকক বিষয় দি নিজৰ জাতিৰ ভিতৰত ভুক্ত কৰি লয়ে। প্ৰায় ১৫২৪ খৃ:ত আহোমসকলে চুটিয়া ৰাজ্য তেওঁলোকৰ ৰাজ্যত চামিল কৰি, সেই ৰাজ্য সুচাৰুৰূপে শাসন কৰিবলৈ চুটিয়া ৰাজ্য জয় কৰোঁতা চাও-ক্ৰাছেংমুং বৰগোহাঁইক প্ৰথম সদিয়াখোৱা গোহাঁই পাতিছিল। কালক্ৰমত ব্ৰহ্মপুত্ৰ উপত্যকাৰ চাৰিওখন বড়ো ৰাজ্য আহোম সাম্ৰাজ্যত ভুক্ত হ'ল। এই কাম কৰিবলৈ আহোমসকলৰ ৩০০ বছৰ (১২২৮ খৃ:ৰ পৰা ১৫৩১ খৃ:) লাগিছিল। চুটিয়া আৰু কছাৰীসকলৰ লগতো আহোমসকলৰ বৈবাহিক সম্বন্ধ ঘটিছিল আৰু উপযুক্ততা চাই তেওঁবিলাকৰ কিছুমানকো আহোমসকলে নিজ জাতিত ভুক্ত কৰি লৈছিল।

চুটিয়াসকল অসমলৈ কেতিয়া, ক'ৰপৰা আহিছিল সঠিক জনা নাযায়। অসমত তেওঁলোকৰ অতীত বাসস্থান সোৱণশিৰী নৈৰ পাৰৰ নামনিৰ পৰ্ব্বত আছিল যেন বোধ হয়। বৰ্ত্তমান এই অঞ্চল নেফাৰ সোৱণশিৰী অঞ্চল আৰু চিয়াং সীমান্ত অঞ্চল বা আবৰ পাহাৰৰ নামনি অংশত পৰিছে। তেওঁলোকে বাস কৰা পৰ্ব্বতৰ উত্তৰে মিৰি আৰু আবৰ জাতি বাস কৰা পৰ্ব্বতমালা। মিৰি আৰু আবৰ মূলত একে জাতি। এওঁবিলাক তিব্বেতো-বৰ্ম্মাণ জাতি। এওঁবিলাকো অসমলৈ কেতিয়া, ক'ৰপৰা আহিল জনা নাযায়। চুটিয়াসকলৰ দক্ষিণে ভৈয়ামত সদিয়াল কছাৰীসকলৰ ৰাজ্য আছিল। চুটিয়া আৰু কছাৰীবিলাক বড়ো জাতিৰ বুলি ওপৰত কৈ অহা হৈছে। বড়োবিলাক ইন্দো-চাইনিজ। তেওঁবিলাক চীন দেশৰ ইয়াং-চিকিয়াং আৰু হোৱাংহো নৈৰ মাজৰ অঞ্চলৰপৰা বা ব্ৰহ্মপুত্ৰৰ উত্তৰ পূব অঞ্চলৰপৰা অহা বুলি ওপৰত উল্লেখ কৰা হৈছে। সম্ভৱতঃ প্ৰব্ৰজন কৰি আহি কালক্ৰমত ব্ৰহ্মপুত্ৰৰ উত্তৰ পূব অঞ্চলত বসতি কৰেহি আৰু পাচত সেই ঠাইৰপৰা ভৈয়ামৰ সদিয়া অঞ্চললৈ নামি আহে। যদি সেয়ে হয় তেনে চুটিয়াসকলো অসমৰ উত্তৰ পূবে অসমত সোমাই মিৰি আৰু আবৰ পৰ্ব্বতৰ নামনি অংশত বাস কৰিছিল। বোধহয় তেওঁবিলাক উত্তৰলৈ যোৱাত মিৰি আৰু আবৰসকলৰপৰা আৰু দক্ষিণলৈ যোৱাত সদিয়াল কছাৰীসকলৰপৰা বাধা পাইছিল।

কছাৰী বুৰঞ্জী আৰু দেওধাই অসম বুৰঞ্জীত কছাৰীসকলৰ সদিয়াৰ এটি ৰাজ ফৈদৰ কথা পোৱা যায়। এই ৰাজ ফৈদে পূবে সদিয়া, পশ্চিমে

দিখৌমুখ উত্তৰে দিহিঙৰ দক্ষিণপাৰ আৰু দক্ষিণে দিলিহৰ কেন্দুগুৰিৰ মাজৰ ভূখণ্ডত ৰাজত্ব কৰিছিল বুলি পোৱা যায়। ইয়াত দিয়া উত্তৰ সীমা শুদ্ধ নহয় যেন লাগে; কাৰণ সদিয়া বুঢ়ীদিহিং যাক সকলোৱে দিহিং বোলে বা নদিহিঙৰ উত্তৰে। বহুতে উজনি খণ্ডত ব্ৰহ্মপুত্ৰকো দিহিং বোলে। উত্তৰে দিহিঙৰ পৰিবৰ্ত্তে ব্ৰহ্মপুত্ৰ বুলিলে সীমা যেপৰ সৈতে মিলে। সদিয়া ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰতে। এই ভূখণ্ডৰ এছোৱা বৰ্ত্তমানৰ ডিব্ৰুগড় মহকুমাত, এছোৱা শিৱসাগৰ জিলাত আৰু আনছোৱা নগাওঁ জিলাত পৰিছে। ১৭৫০ খৃঃত অসমত এটি বৰ ডাঙৰ বানপানী হৈছিল। সেই বানপানীত উজনি অসমৰ নদীৰ গতি সলনি হয়। বৰ্ত্তমানৰ ব্ৰহ্মপুত্ৰ মাজুলীৰ উত্তৰে বৈছিল আৰু লোহিত নামে জনাজাত আছিল। ১৭৫০ খৃঃৰ আগত মাজুলী নাছিল। তেতিয়া দিহিং নৈ হাবুঙৰ দক্ষিণে ব্ৰহ্মপুত্ৰত পৰিছিল। স্বৰ্গদেৱ ত্যাও খাম্‌থিয়ে (১৩৮০-৮৯ খৃঃ) বৰকুঁৱৰীৰ হাতত ৰাজ্যভাৰ গতাই চুটিয়া ৰাজ্য আক্ৰমণ কৰিবলৈ গৈছিল। স্বৰ্গদেৱৰ অনুপস্থিতিৰ সুবিধালৈ অপুত্ৰকা বৰকুঁৱৰীয়ে হিংসাত সগৰ্ভা সৰুকুঁৱৰীক মিছা চেলু উলিয়াই মৃত্যু দণ্ড দিলে বুলি এখন অসমীয়া বুৰঞ্জীত পোৱা যায়। মূল টাই আৰু অন্যান্য অসমীয়া বুৰঞ্জীত এই কথাৰ সমৰ্থন পোৱা নেযায়। উক্ত বুৰঞ্জী মতে বিষয়া সকলে সৰু কুঁৱৰীক হত্যা নকৰি বুদ্ধি কৰি ভুৰত তুলি, দিহিঙত উটাই দিলে। সেই ভুৰ উটি গৈ হাবুঙত লাগে আৰু এজন ব্ৰাহ্মণে পাই, সৰু কুঁৱৰীক আশ্ৰয় দি ৰাখিলে। সৰু কুঁৱৰীৰ এটি সন্তান হল আৰু পাচত তেওঁৱেই বামুণী কোঁৱৰ ওৰফে ছুদাংফা নাম লৈ ১৩৯৭ খৃঃত আহোম সিংহাসনত উঠিল। চাওলুং ছুকাফাই দিহিঙে ভটিয়াই গৈ ১২৪০ খৃঃত হাবুঙত ৰাজধানী স্থাপন কৰিছিল; কিন্তু তাত বানপানী উঠাত সেই ঠাই ত্যাগ কৰিলে। ইয়াৰ পৰা বোধ হয় যে ১২৪০ খৃঃত হাবুং চুটিয়া ৰজাৰ তলত আছিল। আহোম বুৰঞ্জীত পোৱা যায় যে চাও-লুঙছুকাফা অসম জয় কৰিবলৈ অহাৰ আগতে এবাৰ চুটিয়া ৰাজ্য জয় কৰিছিল। সেই সময়ত চুটিয়া ৰাজ্য কিমানদুৰ বিস্তৃত আছিল জনা নাযায়। Sir E.A. Gait চাহাবৰ অসম বুৰঞ্জীৰ মতে স্বৰ্গদেৱ ছুহুমুঙৰ দিনত ১৫১২ খৃঃত চুটিয়া ৰাজ্যৰ হাবুং খণ্ড আহোম সাম্ৰাজ্যত চামিল কৰা হৈছিল। ইয়াৰ পৰা জানিব পাৰি যে হাবুং খণ্ড কিছু কালৰ কাৰণে চুটিয়া ৰাজ্যত ভুক্ত আছিল। বোধহয় চাওলুং ছুকাফাই হাবুং ত্যাগ কৰাৰ পাচত চুটিয়াবিলাকে হাবুং দখল কৰিছিল। এই হাবুং সোৱণশিৰী আৰু লোহিতৰ

সঙ্গমস্থলৰ উত্তৰ-পূব কোণত অৱস্থিত হব লাগিব। ১৭৫০ খৃঃৰ বানপানীত ব্ৰহ্মপুত্ৰই লোহিত সুঁতি এৰি দক্ষিণলৈ বৈ আহি দিহিং আৰু দিখৌ নৈ ছিঙি মাজুলী গঠন কৰে। শিৱসাগৰত ব্ৰহ্মপুত্ৰক বহুতে আজিও দিহিং বুলি কয়। ১৭৫০ খৃঃৰ আগেয়ে শিৱসাগৰ মহকুমাৰ দিখৌ, মাজুলীৰ টুনি আৰু নগাওঁৰ কলং এখন নৈ আছিল বুলি অনুমান কৰা যায়। এই অনুমানত ভিত্তি কৰি কোৱা যায় যে ব্ৰহ্মপুত্ৰই এই নৈক তিনি খণ্ড কৰে আৰু পৃথক পৃথক খণ্ডই পৃথক পৃথক অঞ্চলত পৃথক পৃথক নামে জনাজাত হ'ল। কলং নৈ আৰু টুনি নৈ ব্ৰহ্মপুত্ৰৰ সুঁতিৰূপে বৰ্ত্তমান পৰিগণিত। কলং নৈ কপিলী নৈৰ সৈতে নগাওঁৰ জাগী ভকত গাওঁত লগ লাগি কাজলীমুখত ব্ৰহ্মপুত্ৰত পৰিছে। এইবিলাক কথাৰপৰা অনুমান হয় যে সদিয়া ৰাজফৈদৰ কছাৰী ৰাজ্য ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰে সদিয়াৰ পৰা কাজলী মুখলৈকে বিস্তৃত আছিল। এই ৰাজ্য কেতিয়া স্থাপন হৈছিল আৰু কেতিয়া ধ্বংস হল জনা নাযায়। চাওলুং ছুকাফা অসমলৈ আহোঁতে ডিমাপুৰৰ ৰাজফৈদৰ কছাৰী ৰাজ্যহে দিখৌ নৈৰ পূব পাৰৰ পৰা নগাওঁৰ একখণ্ড লৈকে আৰু সেই ৰাজ্যৰ পূবে মৰাণ আৰু বৰাহী ৰাজ্য পাইছিল। ব্ৰহ্ম-পুত্ৰৰ উত্তৰে সদিয়াৰপৰা পৰ্ব্বতলৈকে এই খণ্ডত কেতিয়া কছাৰী ৰাজ্য আছিল জনা নাযায়; কিন্তু এইটো ধ্ৰুৱ যে এই খণ্ড এসময়ত কছাৰীসকলৰ তলত আছিল। সম্ভৱ এই খণ্ডৰ কছাৰী ৰাজ্য ভাগি যোৱাৰ সুবিধা লৈ চুটিয়াসকলে তাত ৰাজ্য স্থাপন কৰিছিল।

সদিয়াৰ মাণিক নামে এজন কছাৰীৰ পত্নীৰ গৰ্ভত সদাশিৱৰ কালৰপৰা এটি মেকুৰি জন্ম হৈছিল বুলি কয়। সেই মেকুৰি সৰিয়হৰ ডুলিত পুতি থোৱাত সি সোণৰ মেকুৰি হল। সেই সোণৰ মেকুৰিৰ যহত মাণিকে ওপৰত উল্লেখ কৰা সদিয়া ৰাজ্য লাভ কৰিছিল আৰু তেওঁ জোৱাঁয়েক মুকুতাক সোণৰ মেকুৰিসহ ৰাজ্য গতাই দিলে। দেওধাই অসম বুৰঞ্জীত পোৱা যায় যে ভীৰ্ম্মোক (ভীষ্মক) বংশৰ বীৰপাল ১১১১শকত (১১৮৯ খৃঃ) সোণাগিৰি পৰ্ব্বতৰ ৬০ ঘৰ চুটিয়াৰ ওপৰত ৰজা হৈ গয়াপাল নাম লৈছিল। কুবেৰে বীৰপালৰ ৰূপ ধৰি তেওঁৰ পত্নী ৰূপৱতীক আলিঙ্গন কৰাত গৌৰী-নাৰায়ণৰ জন্ম হল। সপোনত কুবেৰে বীৰপালক কোৱামতে তেওঁ এজোপা গছৰ গুৰি খান্দি ঢাল, তৰোৱাল আৰু সোণৰ মেকুৰি পালে। দেওধাই অসম বুৰঞ্জীত তলত লিখামতে আৰু এটি আখ্যান পোৱা যায়। মহাকালি-

কাই কিৰাতনীৰ ৰূপ ধৰি, মহৰধীয়া চুটিয়া ল'ৰা এটাক শুকুলা ম'হ এটা খুজিছিল। গৰখীয়াই মনতে তেওঁলৈ এটি শুকলা ম'হ উছৰ্গা কৰিলে। তেতিয়া কিৰাতনীয়ে নিজৰ চিনাকি দি, পাচদিনা এজনী পোহাৰীয়ে নিয়া মাছ চৰুত ঢাকন দি থৈ, তাৰ পাচদিনা চাই, তাত পোৱা বস্তুৰ সহায়ত ৰজা হব বুলি কলে। ম'হ গৰখীয়াই সেইমতে কাম কৰাত, চৰুত দুটা সোণৰ মেকুৰী আৰু দণ্ডখাট পালে। সেইবিলাকৰ সহায়ত ম'হ গৰখীয়া পাচত ৰজা হৈ খুন্ত ৰজা নাম ললে। এতিয়া সদিয়াৰ কছাৰী ৰজাৰ ঘৈদৰ সোণৰ মেকুৰি থকাৰ দৰে চুটিয়া ৰজাৰো সোণৰ মেকুৰি থকা কথা পোৱা গল। দুয়ো ৰজাৰ ঘৰত সোণৰ মেকুৰি থকাৰ কথাই তেওঁলোকৰ মাজত কিবা সম্বন্ধ থকা নুবুজায়নে?

চুটিয়াসকলৰ পূৰ্ব্বৰ ধৰ্ম্ম কি আছিল জনা নাযায়। এই কথা সৰ্ব্ববাদী সন্মত যে দেউৰীসকল তেওঁলোকৰ পূজাৰী আছিল। সেয়ে হলে দেউৰী-সকলৰ ধৰ্ম্মই অতীজত চুটিয়াসকলৰ ধৰ্ম্ম। দেউৰীসকলে অতীজৰপৰা কেচাইখাতী গোসাঁণী পূজা কৰি আহিছে। কছাৰীসকলো কেচাইখাতী গোসাঁনীৰ পূজক আছিল আৰু আজিও তেওঁবিলাকৰ কিছুমানে কেচাইখাতী গোসাঁনী পূজা কৰে। কেচাইখাতী মন্দিৰক "তাম্ৰেশ্বৰী মন্দিৰো" বোলে। এই মন্দিৰ সদিয়াৰপৰা ওঠৰ মাইল উত্তৰ পূবে চলনৈৰ কাষত অৱস্থিত। দেউৰীসকলে এই মন্দিৰৰ উপাস্য দেৱীক "পেশাসী" (Pesasi) অৰ্থাৎ জীয়েক বোলে। লেফ্‌টেনাণ্ট দাল্‌টানৰ মতে এই মন্দিৰ লোহাৰ শলখা লগাই শিলেৰে চাৰিকোণীয়াকৈ কৰা হৈছিল। শিলবোৰত কপাল দিয়া হোৱা নাছিল। ইয়াৰ বেৰ ৪½ ফুট দাঠ। মন্দিৰৰ ভিতৰ ফালৰ প্ৰত্যেক বাহু আঠ ফুট। মন্দিৰৰ ওপৰত তামৰ ছাল আছিল; কিন্তু বৰ্ত্তমান ছালখন ভাগি পৰি আছে। তামৰ ছাল থকাৰ কাৰণেই মন্দিৰৰ নাম তাম্ৰেশ্বৰী মন্দিৰ আৰু উপাস্য দেৱীৰ নাম তামাৰ মাই হয়। মন্দিৰৰ চাৰিওফালে ১৩০ ফুট আৰু ২০০ ফুট দীঘল ইটাৰ দেৱাল আছে। পশ্চিম দেৱালৰ দুৱাৰমুখত এটি তিনিঠেঙীয়া সৰু শিল আছে। তাতে কিছুদিনৰ আগলৈকে প্ৰত্যেক বছৰে একোটি মানুহ বলি দিয়া হৈছিল। সেই কাৰণেই দেৱীৰ নাম কেচাইখাতী হয়। সদিয়া আহোম ৰজাৰ হাতলৈ অহাত পাচলৈ তাত মৃত্যু দণ্ডত দণ্ডিত মানুহকহে বলি দিবলৈ দিছিল। সদায় তেনে মানুহ নোপোৱাত এৰব নিৰ্দ্ধাৰিত মানুহৰপৰা বছৰি এজন

নিঘুণী যুৱক বলি দিবলৈ স্থিৰ কৰা হৈছিল। এই মানুহ ঘৰক "খাঁড়"ৰ ঘৰ বুলিছিল। খাঁড়ৰ ঘৰে ৰজা-ঘৰৰপৰা কিছু সুবিধা পাইছিল। বলি দিবলৈ স্থিৰ কৰা যুৱকজনক কিছুদিন বেলেগে মন্দিৰত ৰাখি, ভালকৈ খুৱাই নোদোকা কৰা হৈছিল। বামুণ আৰু ৰাজবংশৰ মানুহক বলি দিব নোৱাৰা নিয়ম কৰা হৈছিল। তিৰোতা, নীহজাতি আৰু মুছলমান বলি অযোগ্য বিবেচিত হৈছিল। নিৰ্দ্ধাৰিত দিনত বলিক সুন্দৰ সাজ-পাৰ আৰু সোণ-ৰূপৰ অলঙ্কাৰ পিন্ধাই, ৰাইজক দেখুৱাই, পুৰুহিতে গোপন বাটে তেওঁক বলি দিয়া ঠাইলৈ নিছিল। তালৈ বাহিৰা মানুহ যাবলৈ নিদিছিল। তাত বলিৰ গাৰ অলঙ্কাৰ পাতি খহাই বলি দিয়া হৈছিল। বলিৰ গাটো কুণ্ডত পৰিছিল আৰু মূৰটো অন্যান্য মূৰৰ লগত মন্দিৰৰ সন্মুখত ৰখা হৈছিল। এই নৰবলি প্ৰথা স্বৰ্গদেৱ গৌৰীনাথ সিংহই (১৭৮০—৯৪ খৃঃ) বন্ধ কৰিলে। দেউৰীসকলৰ মতে নৰবলি বন্ধ কৰাৰ কাৰণেই আহোমসকলে ৰাজ্য হেৰুৱালে। কৰ্ণেল হেনৰিৰ মতে ১৫শ শতাব্দিত অৰ্থাৎ বামুণীয়া ধৰ্ম্মৰ পুনৰুত্থানৰ সময়ত কেচাইখাতী মন্দিৰ পুনৰ নিৰ্ম্মাণ কৰা হল। তেওঁৰ মতে এই মন্দিৰ গ্ৰেণাইটৰ দ্বাৰা গঠিত আৰু তাৰ দুৱাৰ সুন্দৰ কাৰু-কাৰ্য্যৰে পৰিপূৰ্ণ আৰু দুৱাৰমুখত দুটা ৰূপৰ দাঁত থকা এটা শিলৰ ডাঙৰ হাতী আছিল। ১৫শ শতাব্দিত সদিয়া চুটিযাসকলৰ তলত আছিল। এতেকে কব লাগিব যে ১৫শ শতাব্দিত এই মন্দিৰ চুটিয়া ৰজাই পুনৰ নিৰ্ম্মাণ কৰাইছিল। কছাৰীসকলে কেঁচাইখাতী পূজা কৰাৰ পৰা অনুমান হয় যে চুটিয়াসকলে সদিয়াত ৰাজত্ব কৰাৰ আগৰপৰাই কেঁচাইখাতী মন্দিৰ অৱস্থিত আছিল। ১৬শ শতাব্দীৰ আগ ভাগত চুটিয়া ৰাজ্য আহোম সাম্ৰাজ্যত ভুক্ত হল। স্বৰ্গদেৱ লক্ষ্মীসিংহই (১৭৬৯-৮০ খৃঃ) তেওঁৰ ধৰ্ম্মগুৰু ৰমাপদ আচাৰ্য্য ন-গোসাঁইক তাম্ৰেশ্বৰী মন্দিৰৰ অধ্যক্ষ পাতিছিল। বৰ্ত্তমান ন গোসাঁইৰ বংশধৰসকলৰ এই মন্দিৰত অধিকাৰ নাই। স্বৰ্গদেৱ সকলেও যে এই মন্দিৰৰ উন্নতিসাধন কৰা নাছিল এনে নহয়। এতিয়া প্ৰশ্ন উঠে যে লেফটেনাণ্ট দাল্টন আৰু কৰ্ণেল হেনিয়ে দিয়া বিৱৰণৰ মন্দিৰ কছাৰী, চুটিয়া নে আহোমসকলে কৰিছিল। এই প্ৰশ্নৰ সমিধান দিয়া টান। আহোমসকলে ইটাৰ ঘৰ নিৰ্ম্মাণ কৰাৰ আগতে ডিমাপুৰত কছাৰীসকলে ইটাৰ ঘৰ নিৰ্ম্মাণ কৰিছিল। তাম্ৰেশ্বৰী মন্দিৰৰ চাৰিওফালে ইটাৰ দেৱাল আছিল। এই কথাতে ভিত্তি কৰি কছাৰীসকলে কেঁচাইখাতী

গোসাঁনীৰ মন্দিৰ কৰিছিল বুলি কলে ভুল হব যেন লাগে ; কাৰণ ইটাৰ দেৱাল স্বৰ্গদেৱসকলেও দিয়াব পাৰে। Captain Rowlatt ৰ ১৮৩৭ খৃঃৰ মিছিমি অভিযানত যাওঁতে দিয়া বৰ্ণনাৰপৰা জনা যায় যে সদিয়াৰ পৰা ২৪ মাইল উত্তৰে দিক্রং আৰু দিবং নৈৰ মাজত বহুত দূৰ বিস্তৃত জোৰা পতা দুটা দুৰ্গ আছে। তাৰে এটা মাটিৰ আৰু আনটোৰ দুয়োকালে ইটাৰে বন্ধাই কৰি গজ বহলকৈ নিৰ্ম্মাণ কৰা। ইয়াৰ দুৱাৰবিলাক ইটাৰে বন্ধোৱা। এই দুৰ্গক শিশুপাল দুৰ্গ বোলে। Colonel S.F. Hannayএ ১৮৪৮ খৃঃত সদিয়াৰ দিক্রং আৰু দিবাং নদীৰ মাজৰ মালভূমি খণ্ড পৰি-ভ্ৰমণ কৰি ভীষ্মকৰ দুৰ্গ আৰু পৃথিমি নগৰৰ বিৱৰণ দি গৈছে। তেওঁৰ মতে সদিয়াৰপৰা ১৬ মাইল উত্তৰে প্ৰায় চাৰি মাইল ব্যাপি দিবাং নৈলৈকে ভীষ্মকৰ দুৰ্গ আছিল আৰু তাত ইটা আৰু শিল ব্যৱহাৰ কৰিছিল আৰু পকা দুৱাৰ আৰু কাঁড় আৰু জাঠি মাৰিব পৰাকৈ বিন্ধা আছিল। সদিয়াৰ পূবে থকা দিক্রং নৈৰ পাৰত পৃথিমি নগৰ। এই নগৰত উত্তৰা-পশ্চিমাকৈ আৰু উত্তৰ ফালে যোৱাকৈ কেইবা মাইলো ব্যাপি এটা মাটিৰ ১৮ ফুট ওখ গড় আছে। গড়ৰ ভিতৰত ভালেমান পুখুৰী, পুখুৰীত শিলৰ ঘাট, হাবিৰ মাজত এখন ইটাৰ দুৱাৰ আৰু নৈলৈ যোৱা এটা আলি আছে। এইবিলাকত ইটা আৰু শিল কোনে ব্যৱহাৰ কৰিছিল জনা নাযায়। এই-বিলাকৰ উপৰিও (উত্তৰপাৰে হাবমতী উত্তৰ লক্ষীমপুৰ মহকুমাৰ লালুক মৌজাৰ দিক্রং নৈৰ পাৰত), মায়াপুৰী (হাবমতীৰপৰা দুদিনৰ বাটত দফলা পৰ্ব্বতৰ দিক্রং নৈৰ উপনৈ ৰৰপানীৰ পাৰত) বাদুলি খোৰোং (তেজ-পুৰ মহকুমাৰ বুৰৈ নৈৰ দুয়োপাৰে ইনাৰ লাইনৰ ভিতৰত), নক্সা পাহাৰ, (তেজপুৰ মহকুমাৰ বিহালী মৌজাৰ কেটেলা বাগিচাৰ ছয় মাইল উত্তৰে) আৰু ভালুকপুং (তেজপুৰ মহকুমাৰ ভৰলী নৈৰ পশ্চিমে অকা পৰ্ব্বতৰ তলিত) আদিত নগৰ আৰু সেইবিলাকত ইটা ব্যৱহাৰ কৰা চিন পোৱা যায়। ভালুকপুং পুৰাণপ্ৰসিদ্ধ বাণ ৰজাৰ নাতি ভলুকাই কৰা বুলি কয়। হাব-মতী ৰজা আৰিমত্তৰ মাক আছিল বুলি কয়। (উত্তৰ পাৰৰ বহুত ধ্বংসাৱশেষ আৰিমত্ত ৰজাৰ বুলি কয়)। স্বৰ্গদেৱ দিহিঙ্গীয়া ৰজাই [চু হুমমুঙ] গৌৰৰজাৰ খানবিবি হাবমতী আৰু দাৰমতী নামে দুজনী জীয়েক বিয়া কৰাইছিল। এই হাবমতী কুঁৱৰীৰ নাম অনুসৰি ও নগৰৰ নাম হাবমতী হব পাৰে। ৰজা ভীষ্মকৰ জীয়াৰী ৰুক্মিণীককায়েক ৰুক্মাই শিশুপালক বিয়া দিব খুজিছিল কিন্তু সেই সময়তে দ্বাৰকাৰ শ্ৰীকৃষ্ণই ৰুক্মিণীক হৰণ কৰি নিলে। এই পৌৰাণিক ৰজা ভীষ্মক যদি সদিয়াৰ হয়, তেনে ভীষ্মক দুৰ্গ আৰু শিশুপাল দুৰ্গ পৌৰাণিক কালতে

কৰা। জ্ঞানীসকলৰ মতে পৌৰাণিক ভীষ্মক বেবাৰৰ ৰজা আছিল। এই ভগ্নাৱশেষ বিলাকৰপৰা বুজা যায় যে এসময়ত উত্তৰ পাৰে মিছিমি পৰ্ব্বতৰ পৰা দফলা পৰ্ব্বতৰ শেষ সীমালৈকে (ব্ৰহ্মকুণ্ড আৰু পৰশুৰাম কুণ্ডৰপৰা অকাঁ পৰ্ব্বতলৈকে) পৰ্ব্বত আৰু তাৰ নামনিত কোনো এক বা ততোধিক সভ্য জাতিয়ে ৰাজত্ব কৰিছিল। কৰ্ণেল হেননিৰ মতে এসময়ত ব্ৰহ্মপুত্ৰ পৰ্ব্বতৰ কাষেৰে বৈ গৈছিল আৰু কালক্ৰমত ই দক্ষিণলৈ যোৱাত পৰ্ব্বতৰ কাষত থকা নগৰবিলাক এৰা পৰিল। এই নগৰবিলাকত পোৱা ইটাবিলাক হযতো কছাৰীসকলৰ আগৰ। Sir E.A. Gait চাহাবৰ মতে কছাৰী-সকলে দিমাপুৰত প্ৰথমে ইটাৰ প্ৰচলন কৰে। এই কথা আমি সমৰ্থন কৰিব নোৱাৰোঁ। দৰং জিলাত কছাৰীসকলে ৰাজত্ব কৰা কথা পোৱা নাযায। বৰ্ত্তমানলৈকে কছাৰীসকলৰ কোনো স্মৃতিচিহ্ন তাত আৱিষ্কাৰ হোৱা নাই। আমি তেজপুৰ মহকুমাৰ ভৈৰৱপদ মৌজাৰ দ আটি গাৱঁৰ ভগা মন্দিৰত ৭¼″ × ৫¼´ × ১¾″ ঘণ ইঞ্চিৰ পৰা ১´ × ১০½ × ১¾´ ঘণ ইঞ্চিলৈ, ৰৰছলা মৌজাৰ নিজ ৰৰছলা গাৱঁত ৭½″ × ৪¾″ × ১½″ ঘণ ইঞ্চি আৰু ভঙ্গামন্দিৰ গাৱঁত ৩½″ × ৩¾″ × ২″ ঘন ইঞ্চিৰপৰা ৯¾″ × ৫″ × ১½ ঘন ইঞ্চিলৈ ইটা পাওঁ (১৯৪৩-৪৬ খৃঃ)। এই ভগ্না-ৱশেষবিলাক ৮ম শতাব্দীৰপৰা ১১শ শতাব্দীৰ ভিতৰৰ হব। Sir E.A. Gait চাহাবৰ মতে কছাৰীসকলৰ দিমাপুৰৰ ৰাজবংশৰ চতুৰ্থ ৰজা চক্ৰধ্বজে দিমাপুৰত প্ৰথমে ইটাৰ নগৰ কৰিছিল। তেওঁৰ মতেই এই জন ৰজা তেৰশ শতাব্দীৰ পাচৰ। এতেকে কব লাগিব যে অসমত কছাৰীসকলৰ আগেয়ে কোনো হিন্দু ৰজাই ইটাৰ প্ৰচলন কৰিছিল। কালিকা পুৰাণত পোৱা ব্ৰহ্মকুণ্ড আৰু পৰশুৰাম কুণ্ডৰ উৎপত্তিৰ বিষয়ক উপাখ্যান যদি সঁচা হয় তেনে তাৰপৰা অনুমান হয় যে অসমৰ উত্তৰ-পূব প্ৰান্তৰৰ পৰ্ব্বতৰ মাজতো বুৰঞ্জীয়ে চুকি নোপোৱা যুগত আৰ্য্যঋষি শান্তনু আৰু তেওঁৰ ভাৰ্য্যা অমোঘা বাস কৰিছিল আৰু হিন্দুৰ ষষ্ঠ অৱতাৰ পৰশুৰাম তালৈ আহিছিল। সেয়ে হলে প্ৰাগ-ঐতিহাসিক যুগত অসমৰ উত্তৰ-পূব প্ৰান্তলৈকে আৰ্য্যৰ বসতি আৰু সভ্যতা বিস্তাৰ হৈছিল। পৰশুৰামে একৈশবাৰ পৃথিৱী ভ্ৰমণ কৰি পৃথিৱী নিক্ষত্ৰিয় কৰিছিল। সম্ভৱ পৰশুৰামে অসমৰ ক্ষত্ৰিয় ৰাজ্যও

ধ্বংস কৰিছিল। ডিব্ৰুগড় মহকুমাৰ ধেমাজি মৌজাৰ ঘগুৱাদৌল * আৰু চিচি মৌজাৰ মালিনী থান আৰু উত্তৰ লক্ষীমপুৰ মহকুমাৰ পুব অংশত থকা নীল গোসাঁনী, গোহাঁই গাওঁ মৌজাত গৰখীয়া থান, পঞ্চানন দেৱালয়, বঠাবতী দেৱালয় আৰু লালুক মৌজাত লোণপানী দেৱালয় (সকলোবিলাক গোসাঁনীৰ মন্দিৰ) কোনে কৰিছিল কতো পোৱা নাযায়। উত্তৰ লক্ষীমপুৰত এসময়ত ভূঞাবিলাকে ৰাজত্ব কৰিছিল। তেওঁবিলাক শাক্ত আছিল। সম্ভৱ এইবিলাক মন্দিৰ তেওঁবিলাকে কৰা। ভূঞা আৰু চুটিয়াবিলাকে একে সময়তে ৰাজত্ব কৰিছিল। এইখিনিতে প্ৰশ্ন উঠে— ভূঞা আৰু চুটিয়া ৰাজ্যৰ মাজৰ সীমা ক'ত আছিল ? এই সীমা লক্ষীমপুৰ নগৰ আৰু ধেমাজি মৌজাৰ মাজত যেন অনুমান হয়। এনে হলে তৰ্কৰ খাতিৰত কব পাৰি যে ঘগুৱা, নীল গোসাঁনী, বঠাৱতী গোসাঁনী, পঞ্চানন (গুহ্য কালিকা), গৰখীয়া থান, আদি চুটিয়া ৰজাসকলে কৰোৱা। চুটিয়া সকল কেতিয়া হিন্দু হল ক'তো পোৱা নাযায়। আজিও তেওঁলোকৰ এসময়ৰ পূজাৰী দেউৰীসকলৰ স্বকীয়া ধৰ্ম্ম আছে। সেই ধৰ্ম্মই চুটিয়া সকলৰো ধৰ্ম্ম আছিল। এতেকে তেওঁলোকে তেওঁলোকৰ ৰাজ্যৰ অন্য ক'তো দেৱী মন্দিৰ নিৰ্ম্মাণ নকৰাই কেৱল ৰাজ্যৰ পশ্চিম প্ৰান্তত কিছুমান দেৱী মন্দিৰ নিৰ্ম্মাণ কৰোৱা কথা বিশ্বাস কৰিবলৈ টান লাগে।

চুটিয়াসকলে এফালে যেনেকৈ পুৰাণ প্ৰসিদ্ধ ভীষ্মক ৰজাৰ বংশধৰ বুলি দাবী কৰে, আনফালে তেনেকৈ হিন্দুৰ দেৱতা কুবেৰৰ বংশধৰ বুলিও দাবী কৰে। এই দাবীবিলাক বুৰঞ্জীৰ ভেটিত স্থাপন নহয়—পৌৰাণিক উপাখ্যানৰ ওপৰতহে প্ৰতিষ্ঠিত। পৌৰাণিক উপাখ্যানক বুৰঞ্জী বুলিব নোৱাৰি। ভীষ্মকৰ নগৰ কুণ্ডিলত (কুণ্ডিন) যত ভীষ্মক দুৰ্গ আবিষ্কাৰ হৈছে তাতে আছিল বুলি কয়। সেই অঞ্চলত কুণ্ডিল নদী আজিও আছে। ভীষ্মকৰ কন্যা ৰুক্মিণীক ভীষ্মক পুত্ৰ ৰুক্মাই শিশুপাললৈ দিবলৈ স্থিৰ কৰিছিল। ভীষ্মক নগৰৰ কিছু দূৰত শিশুপাল দুৰ্গ। এইবিলাক কথাই পৌৰাণিক উপাখ্যানত সত্যতা থকা বুলি প্ৰমাণ কৰিব খোজে। শিশুপাল দুৰ্গ, ভীষ্মক দুৰ্গ আদি নাম কোনে কেতিয়া দিলে জনা নাযায়। কোনোৱে হয়তো পৌৰাণিক উপাখ্যানক সত্য ঘটনা প্ৰতিপন্ন কৰাবলৈ এইবিলাক

---

*লক্ষীমপুৰ জিলাৰ ১৯২৯-৩৫ খৃঃ গ্ৰুপ ৰিপৰ্টত এই দৌল এগৰাকী আহোম ৰাণীয়ে কৰোৱা বুলি উল্লেখ কৰিছে। এই কথা কোনো প্ৰকাশিত বুৰঞ্জীত নাই। এতেকে ই প্ৰমাণ সাপেক্ষ। লিঃ

নামাকৰণ কৰিব পাৰে। এই দুৰ্গবিলাক হয়তো চুটিয়াসকলৰ আগেয়ে ভাত ৰাজত্ব কৰা কছাৰীসকলে কৰা। বহুতে মিছিমিসকলক ভীষ্মকৰ বংশধৰ বুলি প্ৰমাণ কৰিব খোজে। কোনো কোনো পণ্ডিতৰ মতে ভীষ্মক ৰজাৰ নগৰ বেবাৰতহে আছিল। বেবাৰ কথা বিশেষ ৰূপে জনা নাযায়। এই দুই মতৰ কোনটো সত্য পণ্ডিতসকলে এতিয়াও স্থিৰ কৰা নাই। এনে কাৰণত পুৰাণপ্ৰসিদ্ধ ভীষ্মক ৰজাৰ নগৰ যে সদিয়াৰ কুণ্ডিলত আছিল সঠিককৈ ক'ব নোৱাৰি। শ্ৰীগোপীনাথ শইকীয়া বি-এ দেৱে তেখেতৰ "ইন্দুমতী" নামে কিতাপত এই বিষয়ে বহুলভাৱে আলোচনা কৰিছে। তেখেতৰ বহুত কথা অনুমানৰ ওপৰত প্ৰতিষ্ঠিত আৰু প্ৰমাণসাপেক্ষ। সেই কাৰণে তেখেতৰ কিতাপ পঢ়ি আমি তেখেতৰ মত সম্পূৰ্ণ নিৰ্ভুল বুলি কব নোৱাৰিলোঁ। দেওধাই অসম বুৰঞ্জীয়ে ভীৰ্ম্মোক (ভীষ্মক) ৰজাৰ বংশৰ চুটিয়াসকলৰ আদিৰজা বীৰপালৰ ভাৰ্য্যা ৰূপৱতীৰ সৈতে কুবেৰৰ সহবাস ঘটাই তেওঁলোকৰ পুত্ৰ গৌৰীনাৰায়ণক চুটিয়া ৰজা পাতিছে। এই বুৰঞ্জীয়ে প্ৰচলিত প্ৰবাদৰ সমন্বয় ঘটোৱা যেন লাগে; কাৰণ চুটিয়াসকলৰ সেই কালৰ লিখিত কোনো বুৰঞ্জী নাই। চুটিয়া ৰাজ্যৰ পশ্চিম সীমাত থকা ভূঞাসকল শাক্ত আছিল। ব্ৰহ্মকুণ্ডত আৰ্য্য ঋষিৰ আশ্ৰম আছিল (যদি কালিকা পুৰাণত লিখা ব্ৰহ্মপুত্ৰৰ উৎপত্তিৰ উপাখ্যান সত্য বুলি ধৰা হয়)। স্বৰ্গদেৱ ত্যাওখাম্‌থিৰ দিনত (১৩৭৮ বা ৮০-৮৯ খৃঃ) চুটিয়া ৰাজ্যৰ হাবুং খণ্ডত বামুণ আছিল। এইবিলাক কাৰণত কব লাগিব যে চুটিয়া ৰজাৰ ৰাজ্যত হিন্দুৰ বসতি আছিল। এতিয়া প্ৰশ্ন উঠে চুটিয়া ৰজা হিন্দু আছিল নে অহিন্দু আছিল। চুটিয়া ৰজাসকলৰ নামবিলাকে তেওঁবিলাক হিন্দু আছিল বুলি বুজায়। আনহাতে তেওঁবিলাকৰ পূজাৰী দেউৰীবিলাক অহিন্দু আছিল আৰু তেওঁবিলাকে "গিৰিচাগিৰি" (বুঢ়া-বুঢ়ী) "পিচাদেমা" ( PISHADEMA ৰৰপুত্ৰ বা বলিয়া বাবা) আৰু "পেশাসী" ( PE-SHASI জী বা তামাৰ মাই বা কেঁচাইখাতী) আজিও পূজা কৰে। এই কাৰণত ক'ব লাগিব যে চুটিয়া ৰজাসকল প্ৰথমে অহিন্দু আছিল। ৰজাক হিন্দু প্ৰজাই হিন্দু কৰিলে বহুত সুবিধা পাব পাৰে। এনে কাৰণতে হিন্দু-সকলে চুটিয়া ৰজাৰ উৎপত্তিৰ বিষয়ত ভীষ্মক ৰজা আৰু কুবেৰ দেৱতাক সাঙুৰি দিব পাৰে। এই দুয়োটা কথা দকৈ ভাবি চালে এনে অনুমান হয় যে চুটিয়া ৰজাসকল হিন্দুধৰ্ম্মৰ প্ৰভাৱত পৰি হিন্দু হৈছিল; কিন্তু তেওঁ-

বিলাকে তেওঁবিলাকৰ পূজাৰী দেউৰীসকলক নিজ ধৰ্ম্মমতে প্ৰব্ৰজ্জিবলৈ সম্পূৰ্ণ স্বাধীনতা দিছিল। আহোম ৰজাসকলেও এনে হৈছিল। আহোম ৰজাসকলে দেউৰীসকলকৰ ধৰ্ম্মক মানি লৈছিল আৰু তেওঁবিলাকক ধৰ্ম্ম-বিষয়ত সম্পূৰ্ণ স্বাধীনতা দিছিল। বৃটিছে ধৰ্ম্মৰ ওপৰত হাত দিয়া নাছিল। বৰ্ত্তমান আমাৰ দেশ ধৰ্ম্মনিৰপেক্ষ দেশ। এনেবিলাক কাৰণত দেউৰী-সকলৰ মাজত তেওঁলোকৰ নিজ ধৰ্ম্ম আজিও প্ৰচলিত।

যোগিনী তন্ত্ৰত পোৱা যায় যে কামৰূপৰ পূব ভাগত সৌমাৰগণে, পশ্চিমভাগত কুবাচবিলাকে উত্তৰত প্লবকবিলাকে আৰু দক্ষিণত যবনবিলাকে ৰাজত্ব কৰিছিল। ১৪৯৭ খৃঃত গৌড়ৰ হুছেন চাহে কমতাপুৰ ৰাজ্য ধ্বংস কৰাত খুটাঘাট পৰগনাৰ চিকনাগ্ৰামৰ মেচ হাৰিয়া মণ্ডলৰ পুতেক বিশ্ব সিংহই ১৫১৫ খৃঃত কোচৰাজ্য স্থাপন কৰে। যোগিনী তন্ত্ৰত কমতাপুৰ ৰাজ্যৰ কথা নাই, আনহাতে কুবাচ, সৌম্যৰ আৰু যবনৰ মাজত যুদ্ধ হৈছিল বুলি লিখিছে। বিশ্বসিংহই ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে বৰনদীৰপৰা কৰতোৱা নৈলৈকে অৰ্থাৎ ব্ৰহ্মপুত্ৰৰ উত্তৰৰ কামৰূপ, গোৱালপাৰা আৰু বঙ্গদেশৰ এছোৱাত ১৫১৫ খৃঃৰপৰা ১৫৪০ খৃঃলৈ ৰাজত্ব কৰিছিল। সেই সময়ত সৌমাৰৰ এক খণ্ডত আহোম ৰজা স্বৰ্গদেব ছুহুংমুং বা স্বৰ্গ-নাৰায়ণে (১৪৯৭-১৫৩৯ খৃঃ) ৰাজত্ব কৰিছিল। সৌমাৰ পীঠ অতীত কামৰূপৰ পূব ভাগ। সেই সময়ত কোচ ৰাজ্যৰ বাহিৰে বঙ্গদেশ দক্ষিণ কামৰূপৰ এছোৱাৰ সৈতে ইছলামধৰ্ম্মী পাঠান ৰজাৰ তলত আছিল। ইছলামধৰ্ম্মীসকলকো ভাৰতৰ পশ্চিমৰপৰা অহা জাতিসমূহক যবন বোলা দৰে যবন বুলিছিল। সেই সময়ত কামৰূপ ৰাজ্যত কোচ, আহোম আৰু মুছলমানৰ ভিতৰত যুদ্ধ হৈছিল। যোগিনী তন্ত্ৰত এই তিনি জাতিৰ ভিতৰৰ যুদ্ধৰ পাচত কামৰূপত কি হল পোৱা নাযায়। এইবিলাক কথাৰ ওপৰত ভিত্তি কৰিলে বুজা যায় যে কোচ ৰজা বিশ্বসিংহক হিন্দু কৰিবৰ কাৰণে তেওঁৰ ৰাজত্বৰ কালত কোচ ৰাজ্যত ব্ৰাহ্মণ পণ্ডিতসকলে যোগিনী তন্ত্ৰ লিখে। যোগিনী তন্ত্ৰত কুবাচৰ (কোচ) ৰজা বিশু সিংহ (বিশু ওৰফে বিশ্ব সিংহ) কোচ দেশৰ (কোচাখ্যানে) যোনী গৰ্ত্তৰ (কামাখ্যাৰ যোনী পীঠ) ওচৰৰ ম্লেছ (মেচ) কন্যা ৰেৱতীৰ (হীৰা) গৰ্ভত সদাশিৱৰ ঔৰসত জন্ম হৈছিল বুলি কয়। যোগিণী তন্ত্ৰই সৌমাৰৰ ৰজাক কুৰুপতি ধৃতৰাষ্ট্ৰ ৰজাৰ বিধবা পত্নী কস্তুতীৰ (মহাভাৰতত ধৃতৰাষ্ট্ৰৰ পত্নী এগৰাকী বুলিছে পোৱা

যায় আৰু তেওঁ হৈছে গান্ধাৰী) গৰ্ভত স্বৰ্গৰাজ ইন্দ্ৰৰ ঔৰসত হোৱা অৰিন্দমৰ (আহোম বুৰঞ্জীত কল্কতী আৰু অৰিন্দমৰ কথা নাই) বংশধৰ বুলিছে। যোগিণী তন্ত্ৰই সেই সময়ৰ কামৰূপৰ উত্তৰ খণ্ডত প্লৱকবিলাকে ৰাজত্ব কৰিছিল বুলি কয়। বুৰঞ্জীৰ মতে ব্ৰহ্মপুত্ৰৰ উত্তৰে বৰনদীৰ পূবে ভুঞা-বিলাকে আৰু তেওঁলোকৰ পূবে আৰু আহোম ৰাজ্যৰ উত্তৰ পূবে চুটিয়া ৰাজ্য আছিল। যোগিণী তন্ত্ৰত উত্তৰ আৰু দক্ষিণপাৰৰ ভুঞাসকলৰ আৰু কছাৰীসকলৰ ৰাজ্যৰ উল্লেখ নাই। চুটিয়া ৰজাসকলৰ নামৰ পাচত "পাল" শব্দটো পোৱা যায়। এইবিলাক কাৰণত অনুমান কৰিব পাৰি যে যোগিণী তন্ত্ৰত উল্লেখ কৰা "প্লৱক" বিলাকেই চুটিয়াসকল। প্লৱকৰ বিষয়ে যোগিণী তন্ত্ৰত তলত লিখা উপাখ্যানটি পোৱা যায়। শাল্বপুত্ৰ বহ্লীকগণ কুৰুক্ষেত্ৰ যুদ্ধত নিহত হোৱাত তেওঁলোকৰ কৌস্মি নামে বিধৱাই পুত্ৰ আশা কৰি কাশীৰ বিশ্বেশ্বৰলৈ গল। তাৰ দ্বাৰপাল মহাকাল ভৈৰৱে তেওঁৰ লগত সহবাস কৰিলে। তেওঁলোকৰ পুত্ৰ মহাঙ্কুশে প্লৱ নাম লৈ মণি মণ্ড-পলৈ (মণি মণ্ডপ কত জনা নাযায়) গৈ ৰজা হল। যোগিণী তন্ত্ৰৰ এই উপাখ্যানবিলাক কিংবদন্তি, অৰ্দ্ধসত্য আৰু কল্পিত তথ্যৰ ওপৰত ভিত্তি কৰি উদ্দেশ্য সাধনাৰ্থে লিখা যেন বোধ হয়।

"চুটিয়া" শব্দটো ক'ৰ পৰা কেনেকৈ, কেতিয়া উৎপত্তি হল জনা নাযায়। আহোমসকলে তেওঁবিলাকক "টিউৰা" বুলিছিল। চুটিয়াসকলক পাঁচ ভাগত বিভক্ত কৰা পোৱা যায়, যেনে—(১) হিন্দু চুটিয়া, (২) দেউৰী চুটিয়া, (৩) বৰাহী চুটিয়া, (৪) আহোম চুটিয়া আৰু (৫) মিৰি চুটিয়া।

"চুটিয়া" শব্দৰ আগৰ "হিন্দু" শব্দই বুজায় যে, অতীজত চুটিযাসকল অহিন্দু আছিল আৰু পাচত হিন্দু ধৰ্ম্ম গ্ৰহণ কৰি অন্য চুটিযাৰপৰা নিজক পৃথক কৰি ৰাখিবৰ অৰ্থে "চুটিযা" শব্দৰ আগত "হিন্দু" শব্দ যোগ দি, নিজক "হিন্দু চুটিয়া" বুলি পৰিচয় দিযে। আজি অসমত "চুটিয়া" বুলিলে "হিন্দু চুটিযা"কে বুজায, কাৰণ "দেউৰী চুটিযা"ক "দেউৰী"হে বোলা হয় আৰু অন্যান্য চুটিযা বিচাৰি পোৱা নাযায়। সেই কাৰণে "হিন্দু চুটিযা"ৰ আগৰ "হিন্দু" শব্দটো কোনেও উল্লেখ নকৰে। "হিন্দু চুটিয়া"সকল সম্পূৰ্ণৰূপে হিন্দু আৰু অসমীয়া জাতিৰ এটি সম্প্ৰদায় মাথোন। এই সম্প্ৰদায় অন্যান্য অনুন্নতসম্প্ৰদায়ৰ (other back ward classes)

ভিতৰত ভুক্ত। এওঁবিলাক হিন্দুৰ শূদ্ৰজাতিৰ নিম্ন শ্ৰেণীত ভুক্ত হয়। ব্ৰাহ্মণবিলাকে এওঁবিলাকৰ হাতত পানী মাত্ৰ গ্ৰহণ কৰে। সকলো অনাৰ্য্য জাতি হিন্দু ধৰ্ম্ম গ্ৰহণ কৰিলে প্ৰচলিত শূদ্ৰ জাতিৰ নিম্নস্তৰত স্থান পোৱা দি এওঁলোকেও সেই সময়ৰ শূদ্ৰ জাতিৰ নিম্নস্তৰত স্থান পাইছিল। তদুপৰি ষোড়শ শতিকাৰ আগ ভাগতে তেওঁলোকৰ ৰাজ্য যোৱাত তেওঁলোকে নিজৰ অধিকাৰ সাব্যস্ত কৰিব নোৱাৰিলে আৰু অন্যেও তেওঁলোকলৈ গণিতা নকৰিলে। অৱশ্যে আজি জাতিৰ উচ্চনীচ প্ৰথা উঠি গৈছে আৰু অচিৰে লোপ পাব। এওঁবিলাকৰ প্ৰায় সকলোৱেই মহাপুৰুষীয়া। সকলো বিষয়তে অসমীয়া হিন্দু সমাজৰ সৈতে এওঁবিলাক একে।

দেউৰীসকল চটিয়াসকলৰ পজাৰী আছিল। তেওঁবিলাক যদিও চুটিয়া তত্ৰাচ তেওঁবিলাক দেউৰী নামে জনাজাত। বৰ্ত্তমান তেওঁবিলাকৰ অন্য চুটিযাৰ লগত কোনো সম্বন্ধ নাই। তেওঁবিলাক ভৈয়ামৰ তপচিল ভুক্ত জনজাতিবিলাকৰ ভিতৰত ভুক্ত। লক্ষীমপুৰ, দৰং আৰু শিৱসাগৰ জিলাৰ ভিতৰুৱা আৰু হাবিতলীয়া ঠাইত তেওঁবিলাকে গাওঁ পাতি বসতি কৰে। অসমৰ পৰ্ব্বতীয়া জনজাতি আৰু পৰ্ব্বতৰপৰা নামি আহি অসমৰ ভৈয়ামত বাস কৰি অসমীয়া হোৱা জনজাতিবিলাকে চাংঘৰত বাস কৰা দি তেওঁবিলাকেও চাংঘৰত বাস কৰে। গাৱঁৰ ঘৰবিলাক শাৰী পাতি বা থুপ খুৱাই সাজে। ঘৰবিলাক দীঘলীয়া আৰু কাঠৰ খুটা দি বাঁহৰ চাং সাজি, বাঁহৰ বেৰা দি খেৰেৰে ছোৱা। ঘৰৰ মুখেদি বাট আৰু চাঙলৈ উঠিবলৈ কাঠৰ জখলা থাকে। দেখাত মিৰিসকলৰ গাওঁ আৰু ঘৰৰ দৰে দেউৰী সকলৰ গাওঁ আৰু ঘৰ। গাওঁ আৰু ঘৰ দেখি নোসোধাকৈ মিৰি গাওঁ নে দেউৰী গাওঁ কব নোৱাৰি। দেউৰীসকল একান্নযুক্ত পৰিয়াল ভুক্ত। আমি ১৯৪০ খৃঃৰ মানুহ পিয়লত কোনো কোনো একান্ন ভক্ত দেউৰীৰ পৰিয়ালত এশ, ছকুৰিলৈকে মানুহ পাইছিলোঁ। ইমান মানুহ একেটা ঘৰতে থকাৰ পৰাই তেওঁলোকৰ ঘৰ আকাৰত কিমান দীঘল আৰু বহল হব পাৰে অনুমান কৰিব পাৰি। তেওঁবিলাক সবল, স্বাস্থ্যবান, পৰিশ্ৰমী আৰু বৰ ভাল খেতিয়ক। তেওঁলোকৰ তিৰোতাবিলাকে হাল বোৱাৰ বাহিৰে ঘৰৰ আৰু পথাৰৰ যাৱতীয় কাম কৰে। তেওঁবিলাকে সূতা কাটিব আৰু তাত বব জানে।

দেউৰীসকলৰ সাজ-পাৰ আৰু আ-অলঙ্কাৰ অন্য অসমীয়াৰ দৰেই আৰু তেওঁলোকৰ কাপোৰ-কানি বেচ পৰিষ্কাৰ-পৰিচন্ন। তেওঁবিলাকে কুকুৰা আৰু গাহৰি পোহে আৰু ঘৰত এবিধ মদ তৈয়াৰ কৰে আৰু সেইবিলাক খায়। গাহৰি পোহাৰ কাৰণে গাওঁত তেওঁলোকে বাৰখেতি যব যেতিকৈ কৰিব নোৱাৰে আৰু গাওঁবিলাক লেতেৰা হয়। গাওঁত বাৰ খেতি কৰিবলৈ হলে গাহৰি সোমাব নোৱাৰাকৈ বৰ ঘনকৈ জেওৰা দিব লগা হয়। তেওঁ-বিলাকৰ মাজত বাল্যবিবাহ নাই, কিন্তু বহু বিবাহ, বিধৱা বিবাহ আৰু হৰণ প্ৰথা প্ৰচলিত। তেওঁলোকৰ উৎসৱ হৈছে বহাগ বিহু, মাঘ বিহু আৰু "নঙাতৰ পূজা'। বহাগ বিহুত দেওধনী উঠে আৰু ফাগুণৰপৰা বহাগলৈ ৰাতি বিহু পাতে।

দেউৰী সকলৰ মাজত প্ৰচলিত যে তেওঁবিলাক ওখ ঠাইৰ (অৰ্থাৎ পৰ্ব্বত) পৰা অহা ("দুকীয়া কিনুমা")। পূৰ্ব্বে তেওঁবিলাক কুণ্ডিল নৈৰ পাৰত বাস কৰিছিল। তেওঁবিলাক চাৰিখেলত বিভক্ত; যেনে:-(১) টেঙাপনীয়া:-টেঙা-পানী নৈৰ কাষত বাস কৰিছিল আৰু তেওঁ বিলাকৰ ফৈদ বিলাকক "টিকা" বোলে।, (২) বৰ গঞা (বৰপানী নৈৰ কাষত বাস কৰিছিল।) (৩) দিয-ঙীয়া (দিবাং নৈৰ কাষত বাস কৰিছিল।) আৰু (৪) পাটৰ গঞা (পাটৰ শাল ওচৰত আছিল আৰু পাটৰ শালক পূজা কৰিছিল। বৰ্ত্তমান এই খেল নাই)। এই খেল বিলাক আকৌ ভালেমান ফৈদত বিভক্ত। বৰ্ত্তমান টেঙাপনীয়া দেউৰীবিলাক শিৱসাগৰ জিলা আৰু ডিব্ৰুগড মহকুমাত, বৰ গঞা দেউৰী বিলাক শিৱসাগৰৰ দিহিং মুখত আৰু দিবঙীয়া বিলাক লক্ষ্মী-পুৰ জিলা, তেজপুৰ মহকুমা আৰু যোৰহাত মহকুমাত বাস কৰে।

দেউৰীসকলৰ গীতত বৰ্ণোৱা আছে যে আদি নিৰঞ্জনে অনন্ত শয্যাৰ পৰা উঠি সকলোকে সৃজন কৰিবৰ ইচ্ছা কৰি তেওঁৰ গাৰ এফালৰ পৰা "খুদি মামা" অৰ্থাৎ পুৰুষ-প্ৰকৃতি সৃজন কৰি, লগত লৰা ছোৱালী দি মাজ স্থল পালন কৰিবলৈ পঠাইছিল। তেওঁ বিলাক ধৰ্ম্মৰ এৰাঁ সূতা এডাল ধৰি নামি আহিল ("পিচ চিৰেচিং চাপি হুঁমা।") এই পুৰুষ-প্ৰকৃতি বা বুঢ়া বুঢ়িক "গিৰিচা-গিৰি" বোলে। সদিয়াৰপৰা দহমাইল উত্তৰ-পুবে দিক্ৰং আৰু দেও পানীৰ সঙ্গম স্থলত বুঢ়া-বুঢ়ীৰ মন্দিৰ আছিল। এই

মন্দিৰ অতি পুৰণি। হিন্দুসকলৰ মতে এই মন্দিৰ মহাদেৱৰ মন্দিৰ আৰু কৰ্ণেল হেনৰিৰ মতে বৌদ্ধ মন্দিৰ। এই দুই মতৰ কোনটো সত্য কোৱা টান, কিয়নো ইয়াৰ উপাসক দেউৰী সকল হিন্দু ও নহয় (বৰ্ত্তমান কিছুমান কিছুমান হিন্দু হৈছে।) বৌদ্ধ ও নহয়। কৰ্ণেল হেনৰিয়ে কয় যে বাহিৰ ফালে শিল আৰু ভিতৰ ফালে ইটাৰে নিৰ্মিত এখন দেৱালয়ৰ মাজত বহল ঠাইত ছয়কোণীয়া এখন বেদী আছে। তাৰ সন্মুখৰ শিলৰ ওখ ঠাইত পূজা দিয়া হয়। বৰ পুত্ৰ বা বলিয়া বাবাক "পিচাদেমা" (PISHADEMA) বোলে। বলিয়া বাবাৰ মন্দিৰো গিৰিচা-গিৰি মন্দিৰ থকা অঞ্চলত আছিল। টেঙাপনীয়া খেলে "পিচাদেমা" পূজা কৰে। জী বা তামাৰ মাই বা কেচাই খাতীক "পেশাসী" (PESHASI) বোলে। কেঁচাইখাতী বা তাম্ৰেশ্বৰী মন্দিৰৰ কথা ওপৰত লিখা হৈছে। গাওঁবিলাকত সদিয়াৰ তাম্ৰেশ্বৰী মন্দিৰৰ আকাৰত কাঠ আৰু খেৰেৰে দীঘে ৮´ ফিট আৰু পথালিয়ে ৮´ ফিট কৈ তামাৰ মাইৰ মন্দিৰ সাজি তামাৰ মাইক পূজা কৰে। মাজুলীত এনে মন্দিৰত তামৰ চাল আছে। আহোম স্বৰ্গদেৱসকলে তাম্ৰেশ্বৰী মন্দিৰৰ পূজাৰীসকলক খিযহৈ সন্মান জনাইছিল। এই পূজাবিলাক মাঘ বিহু, বহাগ বিহু আৰু শাওন মাহত পাতে। কাতিমাহৰ পূজা আকালত পৰাৰ কাৰণে আগ পিচ কৰি পাতে। অম্বুবাসীৰ তিনি চাৰি দিনৰ পাচত ৰবিবাৰ বা বুধবাৰ পৰিলে সেইবাৰত অম্বুবাসীৰ পূজা ভাঙে। চৰি দেউৰী নহলে প্ৰায়শ্চিত্ত নহয়। পাঁচদেৱতাক পূজা দিয়া ঠাইত তামৰ কলহত পানী ভৰাই, মাজত ৰাখি, পূজাৰ শেষত যাক পৰাচিত কৰিব লাগে তেওঁক গা ধুৱাই, পানী খুৱাই শুচি কৰে। দোষীবিলাকৰ দণ্ড ৰাইজে লয় আৰু পূজাৰীয়ে মাত্ৰ এটকা ৰূপ পায়। প্ৰত্যেক মন্দিৰত বৰ-দেউৰী, সৰু দেউৰী, বৰ ভঁৰালী, সৰু ভঁৰালী নামে চাৰিজনকৈ কৰ্ম্মকাৰক থাকে। পূজাৰীসকলক বৰ দেউৰী আৰু সৰু দেউৰী বোলে। ভঁৰালী বিলাক মন্দিৰলৈ সোমাব নোৱাৰে ; তেওঁবিলাক মন্দিৰৰ বস্তু ৰাখোঁতা মাথোন। বৰা আৰু বাৰিকে পূজাৰ কাৰণে পা-পইছা তোলে আৰু পৰিয়াই মন্দিৰত পৰ দিয়ে।

দেউৰী বিলাকৰ মাজত চুটিয়া ভাষা আজিও প্ৰচলিত ; কিন্তু তেওঁ-

বিলাকে সম্পূৰ্ণ ৰূপে অসমীয়া জানে। Col. Shakespeare চাহাবে কয় যে আহোমসকলে চুটিয়াসকলৰ লিখিত ভাষা পাইছিল। দেউৰী সকলৰ বহুত আজি কালি হিন্দু হৈছে; কিন্তু তেওঁ লোকে তেওঁলোকৰ পূৰ্ব্বৰ খাদ্য, নীতি-নিয়ম, ধৰণ-কৰণ, পূজা-পাটল, গৃহ নিৰ্ম্মান আদি ত্যাগ কৰা নাই। তেওঁবিলাকৰ যদিও কিছুমান নিজস্ব সংস্কৃতি আছে তথাচ তেও লোক সম্পূৰ্ণ অসমীয়া।

ববাহী চুটিয়াৰ কথা বিশেষকৈ জনা নাযায়। ১২২৮ খৃঃত চাওলুং ছুকাফাই সৌমাৰৰ মৰাণ ৰজা বদৌচা আৰু ববাহী ৰজা থাকুম থাক জয় কৰি, আহোম সাম্ৰাজ্যৰ ভেঁটি স্থাপন কৰিছিল। এই ববাহী সকল বড়ো-জাতীয় আছিল আৰু তেওঁ বিলাকৰ ৰাজ্য চৰাইদেওৰ চাৰিও কাষে আছিল। ববাহী সকলৰ পৰামৰ্শমতেই চাওলুং ছুকাফাই চৰাইদেওত ৰাজধানী পাতিছিল। আহোমসকলে ববাহীসকলৰ লগত বৈবাহিক সম্বন্ধ স্থাপন কৰি, ববাহী-সকলক আহোম কৰি, আহোম জাতিৰ ভিতৰত ভুক্ত কৰি ললে। চাওলুং ছুকাফাই (১) গাম, (২)লখাই, (৩) মুপুং বা মুংপেং, (৪) বাঙি বা ৰঙ্গি, (৫) হাটাই বা হটাই থাকুৰ, (৬) ৰাখাম বা ৰাগাম আৰু (৭) বৰকুমাৰ নামে চিলনি মৰীয়া গাৱঁত বাস কৰা সাত ঘৰ ববাহীৰপৰা কাঠকটীয়া, পানী যোগনিয়াৰ, চাংমাই (ৰান্ধনি), বেজ, ভঁৰালী, কুমাৰ, কুকুৰা চোৱা, জৰাধৰা বাটি ৰখীয়া ( Bowl keeper )আদি পাতিলে। (৺হৰকান্ত বৰুৱা সদৰআমিনৰ আসাম বুৰঞ্জী—১২পৃঃ ; পুৰণি অসম বুৰঞ্জী—১৭ পৃঃ আৰু আহোম বুৰঞ্জী ৩৪ পৃঃ)। চাংমাই, বেজ, ভঁৰালী, কুকুৰা চোৱা, জৰাধৰা আদি আহোমৰ খেল এতিয়াও আছে। সেই ববাহীসকলেই ববাহী চুটিয়া হয়নে নহয় সঠিক জনা নাযায়। ৺সোমেশ্বৰ দেউৰী, বি এ দেৱে "আবাহনৰ" সপ্তম বছৰৰ দ্বিতীয় সংখ্যাত লিখা "দেউৰী সম্প্ৰদায়" নামে প্ৰবন্ধত পোৱা যায় যে ববাহী চুটিয়াক বোৰোক চুটিয়াও বোলে আৰু ববাহী চুটিয়াই সাত-জাপ আৰু অন্য চুটিয়াই ছয়জাপ খৰি দি শ দাহন কৰে। বৰ্ত্তমান ডিব্ৰু-গড় মহকুমাৰ চাবুৱা পোলোঙা (চাবুৱা=চাহ বোৱা। ইংৰাজবিলাকে প্ৰথমে এই ঠাইত চাহ গুটি বৈছিল। দ্বিতীয় মহাসমৰত জাপানীবিলাকে ইয়াত বোমা পেলাইছিল।) মৌজাৰ পোলোঙা গাৱঁত বাস কৰা মটক ৰজা

সৰ্ব্বানন্দ সিংহৰ বংশধৰ শ্ৰীলক্ষেশ্বৰ গোহাঁয়ে আমাক জনায় যে বুৰঞ্জীত লিখা মতে সৰ্ব্বানন্দ সিংহ মৰাণ নহয় বুৰুক (বোৰোক) চুটিয়াহে। এই বিষযে "মটক ৰাজ্য"ত লিখা হৈছে। আহোমসকলৰ ভিতৰত বুৰুক নামে এটি খেল আছে। আহোম বুৰঞ্জীৰ ৩২ পৃঃত পোৱা যায় যে থাকুৰথাক "লুখুৰাখুন" পাতিছিল। লুখুৰাখুন আহোমৰ এটি খেল।

আহোম চুটিয়া :—চাওলুং ছুকাফা অসমলৈ অহাৰপৰাই আহোম আৰু চুটিয়াৰ মাজত সংমিশ্ৰণ হয। এই সংমিশ্ৰণ হয়তো আজিও শেষ হোৱা নাই। চাওলুং ছুকাফাই এটা চুটিয়া মানুহ চোমদেওৰ ভাত কাম কৰিবলৈ দি তেওঁক চোমঘিবিং পাতিলে। তেওঁৰ খাতমুং, খ্ৰামুং, টেফাইমুং, লুংচি, লংঠকি, নজিউ আৰ চাইমুং নামে আঠ পুত্ৰ হল। নজিউৰ ভণীয়েকৰ সৈতে বদনাম হোৱাত বাকী সাতভায়ে তেওঁক হত্যা কৰিব খোজাত, তেওঁ বাদুলি বৰ গোহাঁইৰ হাহঁৰখীয়া হৈ থাকিল গৈ। সেই কাৰণে তেওঁৰ নাম "পিতহান" অৰ্থাৎ হাহ ৰখীয়া (টাই আহোম ভাষাত "পিত"মানে হাহঁ" আৰু "হান্" মানে "ৰখীযা"। ) হল। নজিউৰ নাতিনিযেকক "লাহন" (টাই আহোম ভাষাত 'লা" মানে নাতি) বোলা হল আৰু পাচত তেওঁৰ বংশই আহোমৰ লাহন খেল হল। নজিওৰ সাতভাইক খাটোৱাল চেটিয়া পতা হল। (পুৰণি অসম বুৰঞ্জী।) চেটিয়া আহোমৰ এটি খেল। এই কথা আহোমবুৰঞ্জীৰ ৩৬ আৰু ৩৭ পৃঃত তলত লিখাদৰে পোৱা যায় :—। চাওলুং ছুকাফাই চুটিয়া ৰাজ্য ধ্বংস কৰি তাৰ পৰা এজন মানুহ আনি চোম দেৱৰ ঘৰ তেওঁক সমজাই দি, "চুমচিৰি" নাম দিলে। তেওঁৰ খাটমুং, পানমুঙ, ছাইমুং, তফাই মুং, নজিউ, লুক্‌ছি লুক্‌পাক্ নামে আঠ জন পুত্ৰ হল। বাকীছোৱা কথা পুৰণি অসম বুৰঞ্জীৰ লগত মিলে। লাহন আৰুচেটিয়া আহোমৰ উত্তম খেল বুলি পৰিগণিত। এই দুই খেলে আহোম ৰাজত্বত বহুত উচচ বিষয ভোগ কৰিছিল। চাওলুং ছুকাফাই চুটিয়া গাওঁ দখল কৰি ঝলম বাটিব পৰা মানুহ এটি পাই তেওঁক "চাঙ্গচাই" নাম দি আহোম পাতিলে। (পুঃ : বুঃ ৩২ পৃঃ) । চাও হুমেছেঞ্ মুং বৰ গোহাঁয়ে সদিয়া দখল কৰোঁতে (১৫২৩ খৃঃ) চুটিয়া ৰজাৰ ভঁৰালীয়ে এখন দা আৰু এখন বাৰু দি গোহাঁইক ৰখিছিল। গোহাঁয়ে সেই ভঁৰালীক

নিজৰ খেলুৱাকৈ খোকোবাত পাতিলে। ভৰালীৰ লাঙ্গিমই আৰু লাঙ্গি-থপক নামে দুজন লৰা আছিল। তন্‌খাম্ বৰ গোহাঁয়ে জীয়েক নাংচা-গাভৰুক স্বৰ্গদেৱ খোৰা ৰজালৈ (১৫৫২-১৬০৩ খৃঃ) বিয়া দিওঁতে লাঙ্গি-মুই চুটিয়াক যৌতুকত দিছিল। স্বৰ্গদেৱে লাঙ্গিমুইক ভণ্ডাৰী গোহাঁই ভণ্ডাৰী চেটিযা নাম দিলে। তাৰ ভায়েক লাঙ্গিথপক বৰ গোহাঁইৰ ঘোৰা চোৱা হৈ থাকিল। (পুঃ অঃ বুঃ ৩৮ পৃঃ)। স্বৰ্গদেৱ চুহুম্মুঙৰ দিনত তুৰ্ব্বকৰ সৈতে হোৱা যুদ্ধত (১৫৩২—৩৩ খৃঃ) এটি বৰ ধুনীয়া মানুহ বন্দী হল। স্বৰ্গদেৱে তেওঁৰ নাম "নুকটুৰ্ দাঙ্"( NUKTUR DANG ) দিলে। স্বৰ্গদেৱ ছুখাম্ ফাই (১৫৫২—১৬০৩ খৃঃ) এই ঘৰ মানুহক কাটিদাঙ্ দুৱৰা পাতিলে। (আঃ বুঃ ৩৭-পৃঃ)। স্বৰ্গদেৱ ছুচেংফাই (১৬০৩—৪১ খৃঃ) কাটিদাঙ্ দুৱৰাৰ নাতিনিয়েকক তামূলী দুৱৰী আৰু পাচত তামূলী পাতিলে। তেওঁৰ পুতেকক হিলৈ দাৰী বৰুৱা পাতি কলিযাবৰত থাকিবলৈ দিলে। এই কথা পুৰনি অসম বুৰঞ্জীৰ ৩১ পৃঃত এই দৰে পোৱা যায়:— স্বৰ্গদেৱ ছুহান ফাৰ দিনত (১৪৮৮-৯৩ খৃঃ) চাওক বাণ্ডুক বৰ গোহাঁযে চুটিয়াৰ গাওঁ দখল কৰি তাৰ পৰা অনা এটি চুটিয়াৰ কাম ভাল পাই, স্বৰ্গদেৱে তেওঁক "হন্‌হন্‌পাতৰ" পাতিলে। স্বৰ্গদেৱ ছুহুম্মুঙৰ দিনত তুৰ্ব্বকৰ সৈতে হোৱা যুদ্ধত হন্ হন্ পাতৰৰ আপহু পাই তাৰ নাম দিলে নুকুতুৰডাও বা পুৰণি অসম বুৰঞ্জীৰ কলুতুডুঙ্গ। খোৰা ৰজাৰ নিত তাৰ পৰি নাতিযে বিশ্বাস যোগ্য কাম কৰাত স্বৰ্গদেৱে তেওঁক "হাৰিধং দুৱৰা" নাম দিলে। স্বৰ্গদেৱ ছুচেংফাই (১৬০৩-৪১ খৃঃ) এই বংশৰ এজনক এওঁৰে আটাইতকৈ সৰু নাতিয়েক (লাঙ্‌ ঙি) কলীয়াবৰত বণকপ নাম লৈ পানী সিয়া আছিল আৰু হাজোৰ তলয়াৰ যুদ্ধৰ পাচৰ পৰা নাম ললে লাঙ্‌ ঙি বৰ ফুকন। Sir E. A. Gait চাহাবৰ মতে "লাঙ্গি।" কলিয়াবৰত পানী সিয়া পাতিছিল। (তেতিয়া বৰ ফুকনৰ বিষয় নাছিল।) ১৬১৭ খৃঃত আহোম আৰু মুছল মানৰ ভিতৰত হাজোত হোৱা যুদ্ধৰ পাচত স্বৰ্গদেৱে পানী সিয়াক "লাঙ্গি" নাম দি, "বৰ ফুকন পাতিলে। (তেওঁয়েই প্ৰথম বৰফুকন) আহোম বুৰঞ্জীৰ ৩৭ পৃঃত পোৱা যায় যে লাঙ্গি এজন কছাৰী বান্দীৰ বংশধৰ।

আহোম ৰাজত্বত উপৰত উল্লেখ কৰা দৰে অনেক চুটিয়াক আহোম কৰি, আহোমৰ কোনো এক খেলত ভুক্ত কৰা হৈছিল। সেই সকলক এতিয়া বাচি উলিয়াব নোৱাৰি। তেওঁবিলাক এতিয়া শিৰফুটা আহোম। এই সকলত বাহিৰে ও আহোম আৰু চুটিয়াৰ ভিতৰত বৈবাহিক সম্বন্ধ স্থাপন হৈ আহোম-চুটিয় নামে এটি বিশেষ খেল হল। তেওঁবিলাক সানমিহলি হোৱাত আহোমেও তেওঁবিলাকক সমাজ নিদিয়াত আৰু চুটিয়াইও তেওঁবিলাকক সমাজ নিদিয়াত তেওঁবিলাক মাজতে আহোম-চুটিয়া নামে পৰিগণিত হল। বৰ্ত্তমান আহোম-চুটিয়া বোধ হয় নাই। তেওঁবিলাক হয় আহোম হল নহয় চুটিয়া হল। বহুত চুটিয়া শিক্ষাত আগবাঢ়ি নিজৰ জাতিক নিজে হেয় বুলি ধৰিবলৈ আহোম বুলি চিনাকি দি আজিও আহোম হৈছে। এই কথা হয়তো চুটিয়াৰ পৰা আহোম হোৱাসকলে অস্বীকাৰ কৰিব ; কিন্তু আমি একে ঘৰ মানুহবে এজন চুটিয়া আৰু আনজনক আহোম হিচাপে দেখিবলৈ পাইছোঁ। টাই আহোম ভাষাত চুটিয়াক "টিউৰা" বোলে।

মিৰি চুটিয়া :—মিৰি আৰু চুটিয়া দুয়ো আদিতে পৰ্ব্বতত ওচৰা ওচৰিকৈ বাস কৰিছিল। চুটিয়াসকলে ভৈয়ামত ৰাজ্য বিস্তাৰ কৰি ভৈয়ামলৈ নামি আহিল। আবৰৰ উপদ্ৰৱৰ পৰা হাত সাৰি বলৈ মিৰিবিলাকো ভৈয়ামলৈ নামি আহি আহোম ৰজাৰ আদেশ লৈ আহোম ৰাজ্যত বাস কৰিবলৈ ললে। চুটিয়া আৰু মিৰিসকলৰ মাজত যিবিলাকৰ সংমিশ্ৰণ হৈছিল সেইবিলাক "মিৰিচুটিয়া"বা "চুটিয়া মিৰি" নামে জনাজাত হল ।

শ্ৰীসোণাৰাম পাঞ্চা কটকীয়ে তেখেতৰ "মিৰি জাতিৰ বুৰঞ্জী"ত লিখিছে,—আহোম ৰজাই চুটিয়া ৰাজ্য আক্ৰমণ কৰাত কিছুমান চুটিয়া পলাই গৈ মিৰিবিলাকৰ মাজত বসতি কৰি মিৰিৰ সৈতে বৈবাহিক সূত্ৰত আৰম্ভ হ'ল। এইদৰে সানমিহলি হৈ হোৱা খেলকে "চুটিয়া মিৰি,, বা "পাগৰ" অৰ্থাৎ "জাত যোৱা" বোলে। চুটিয়াসকলে এই কথা অস্বীকাৰ কৰি কয় যে চুটিয়াৰ সৈতে ৰণত হাৰি চুটিয়াৰ ঘৰত থকা মিৰিবিলাককহে চুটিয়া মিৰি বোলে। আহোম বুৰঞ্জী মতে আহোম ৰজাই চুটিয়া ৰাজ্য জয় কৰোতে (১৫২৩ খৃঃ) কিছুমান মিৰিয়ে আহোম ৰজাৰ বশ্যতা স্বীকাৰ কৰি কৰ দিবলৈ গাত লোৱাত তেওঁবিলাকক চুটিয়া ৰাজ্যত

স্থাপন কৰিছিল। বোধ হয় এইবিলাক মিৰি চুটিয়াৰ সংশ্ৰৱলৈ অহাত "চুটিয়া মিৰি" নামে জনাজাত হ'ল। চুটিয়া ৰাজ্যৰ সীমান্তে সিহঁতবিলাকৰ বসতি হোৱাত সীমান্তত থকা মিৰি আৰু চুটিয়াৰ মাজত সংমিশ্ৰণ হোৱা স্বাভাৱিক। এই স্বাভাৱিক সন্মিলনৰ ফলত চুটিয়া মিৰিৰ উদ্ভৱ হব পাৰে। মুঠতে যেই কোনো কাৰণতে নহওক চুটিয়া আৰু মিৰিসকলৰ সংমিশ্ৰণত উৎপত্তি হোৱা সকলেই "চুটিয়া মিৰি" বা "মিৰি চুটিয়া"। মিৰিৰ ভিতৰত প্ৰথমে হয়তো "চুটিয়া মিৰি" নহয় "চাম গুৰিয়া মিৰি" যেই ভৈয়ামত বসতি কৰিবলৈ লয়। বৰ্ত্তমান যিসকল "চুটিয়া" নামে জনাজাত সেইসকলৰ "চুটিয়া মিৰি"ৰ লগত কোনো সম্বন্ধ নাই।

চুটিয়া ৰজাঃ—Mr. B.C. Allen, c. s. চাহাবে ১৯০৫ খৃঃত সম্পাদন কৰা "Sibsagar District gazetteer" Sir E. A. Gait চাহাবৰ "A History of Assam" আৰু ৺সূৰ্যকুমাৰ ভূঞা-- এম, এ, বি, এল দেৱে (পাছত Doctorate degree পায) সম্পাদন কৰা "দেওধাই অসম বুৰঞ্জী" মতে চুটিয়াসকলৰ প্ৰথম ৰজা বীৰপাল বা বিৰৰ। আদিতে চুটিয়াবিলাকে আবৰ আৰু মিৰিৰ কাষতে সোৱণশিৰী নৈৰ পাৰত পৰ্ব্বতত বাস কৰিছিল। দেওধাই অসম বুৰঞ্জী মতে বীৰপালে ১১১১ শকত অৰ্থাৎ ১১৮৯ খৃ.ত সোণাগিৰি পৰ্ব্বতৰ আগত থকা ৬০ ঘৰ চুটিয়াৰ ওপৰত ৰজা হৈ গয়াপাল নাম লৈছিল। তেওঁৰ ভাৰ্য্যা ৰূপৱতীৰ লগত কুবেৰৰ মিলনৰ কথা ওপৰত লিখা হৈছে। Sibsagar District gazetteer ত পোৱা যায় যে বিৰৰ আৰু তেওঁৰ পুতেকে হাবিতলীয়া উপজাতি বিলাকক জয় কৰি ব্ৰহ্মপুত্ৰলৈকে ৰাজ্য বিস্তাৰ কৰিছিল আৰু ভদ্ৰসেন ৰজাক ১২০৪ খৃঃ ৰ আগতে পৰাস্ত কৰিছিল। Sir Gait চাহাবৰ বুৰঞ্জী মতে বীৰপালৰ পুতেক সোণাগিৰিপাল বা গৌৰীনাৰায়ণৰ ৰাঙলগিৰি, নীলগিৰি আৰু চন্দ্ৰগিৰিত নগৰ আছিল আৰু তেওঁ ভদ্ৰসেন ৰজাক যুদ্ধত ঘটুৱাই ৰত্নপুৰত নগৰ নিৰ্ম্মাণ কৰি ৰত্নধ্বজ পাল নাম লৈছিল। দেওধাই অসম বুৰঞ্জীয়ে কয় যে গৌৰীনাৰায়ণে কালগিৰি, নীলগিৰি, ধৱলগিৰি, আৰু চন্দ্ৰগিৰিত থকা সকলো চুটিয়াকে বশ কৰি, শ্বেতগিৰি পৰ্ব্বতৰ ভদ্ৰসেন ৰজাৰ ৰাজ্য অধিকাৰ কৰি, দৈৱজ্ঞ,

তাঁতী, সোণাৰী, ব্ৰাহ্মণ, সূত্ৰাৰ, কমাৰ আদি অনেক মানুহ পালে আৰু ভদ্ৰসেনৰ পুতেকক তেওঁৰ কৰতলীয়া ৰজা পাতিলে আৰু ৰত্নপুৰত নগৰ পাতিছিল। এই ৰত্নপুৰ বা ৰতন পুৰ Sibsagar District Gazetteer* মতে উত্তৰ লক্ষীমপুৰ বা মাজুলীত আছিল। ১৭৫০ খৃঃৰ আগতে মাজুলী নাছিল বুলি ওপৰত কোৱা হৈছে। আমি উত্তৰ লক্ষীমপুৰক উত্তৰ পাৰ বোলোঁ; কিন্তু বৰ্ত্তমান মাজুলী ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰত হোৱা স্বত্তেও ইয়াক উত্তৰ পাৰ বোলা নাযায়। এই কথইাও সমৰ্থন কৰে যে অতীজত অসমত মাজুলী নাছিল। ৺ভ্ৰমৰ চন্দ্ৰ শইকীয়াই অষ্টম বছৰৰ দশম সংখ্যা "আৱাহন"ত "চুতীয়া ৰজা সত্যণাৰায়ণৰ ৰাজ্য আৰু নগৰ" নামে প্ৰবন্ধত লিখিছে যে মাজুলীৰ পূব অংশ আৰু হাবি অঞ্চলৰ দক্ষিণ অংশ হাবুং আৰু আৰু হাবুংঙৰ উত্তৰ অংশত সদয়পুৰ নগৰ আৰু হাবিৰ কাণত ৰত্নপুৰ নগৰ আছিল। তেখেতে এই কথা বিলাক কিহৰ ওপৰত ভিত্তি কৰি লিখিছিল জনা নাযায়। হাবুং আৰু হাবি ক'ত সঠিক জনা নাযায়-। হাবুং বুৰঞ্জী-প্ৰসিদ্ধ স্থান হলেও এই স্থান কত সঠিক জনা নাযায়। ডাঃ ৱেদ চাহাবৰ মতে হাবুং ৩০ × ১৫ বৰ্গ মাইল আৰু চামপাৰা আৰু সোৱণশিৰী নৈৰ সঙ্গম স্থলত। ডাঃ ৱেদৰ মাইলবিলাক অনুমানিক। তেওঁ লিখা বিৱৰণ পঢ়িলে তেওঁ দিয়া মাইলবিলাক ভুল বুলি ধাৰণা হয়। চাওলুঙ্ ছুকাফাই (১২২৮—৬৮ খৃঃ) হাবুংত ৰাজধানী পাতিছিল। সেই ঠাই দ' আৰু ভাত বানপানী হোৱাত তেওঁ সেই ঠাই ত্যাগ কৰে। স্বৰ্গদেৱ চাওকা তাও-খামঠিৰ দিনত তেওঁৰ সৰুকুঁৱৰী কি হৈছিল ওপৰত লিখা হৈছে। ১৫৬২ খৃঃত স্বৰ্গদেৱ ছুখামফা ওৰফে খোৰা ৰজাই হাবুংৰ মানুহক লগুণ পিন্ধাই গৰুত তুলি, বামুণ সজাই, চিলাৰায়ৰ বিপক্ষে যুদ্ধ কৰিবলৈ পঠাইছিল। এতেকে এই হাবুং বৰ্ত্তমানৰ সোৱণশিৰী আৰু লুইতৰ সঙ্গম স্থলৰ উজনিত লুইতৰ উত্তৰ পাৰত। এই খণ্ড এতিয়াও দ' ঠাই। মুঠতে ৰত্নপুৰ উজনি অসমৰ কোন ঠাইত আছিল সঠিককৈ কব নোৱাৰি যদিও এসময়ত লুইতত পৰা সোৱণশিৰী আৰু দিহিংনৈৰ আগলিত উত্তৰ পাৰে হব। আমি গাওঁ—

*গেজেটীয়াৰৰ কথাবিলাক আহোমসকলৰ লিখনিৰপৰা লিখা হৈছে বুলি কৈছে। লিঃ

"শিয়ালী এ নাহিবি ৰাতি, তোৰে কাণে কাটি লগাম যাটি। শিয়ালী মূৰৰে মকৰা ফুল, গৈ গৈ পালেগৈ ৰতনপুৰ।" "ঢোল বায় ক'ত ? ৰতন-পুৰত। -খোল বায ক'ত ? ৰতন পুৰত।" এইবিলাক কথাৰ পৰা ৰত্নপুৰ এসময়ত প্ৰতাপী বা সমৃদ্ধিশালী নগৰ আছিল বুলি অনুমান হয়।

"A History of Assam," "Sibsagar District Gazetteer আৰু "দেওধাই অসম বুৰঞ্জী"য়ে ভদ্ৰসেন ৰজাৰ পৰিচয় দিয়া নাই। ৺ভ্ৰমৰ চন্দ্ৰ শইকীয়াই ওপৰুক্ত প্ৰবন্ধত লিখিছে যে চুটিয়াসকলৰ আদি ৰজা সুৰধ্বজ আৰু তেওঁৰ পুতেক গিৰিধ্বজ, তেওঁৰ পুতেক দেৱধ্বজ আৰু তেওঁৰ পুতেক সন্তধ্বজ বা সন্ত নাৰায়ণ। তেওঁবিলাক ইজনৰ পাচত সিজন ৰজা হৈছিল। সন্তধ্বজৰ পুতেক নথকাত তেওঁৰ বৰ কুঁৱৰীৰ ভায়েক ভদ্ৰসেন ৰজা হল, কিন্তু তেওঁক সন্তধ্বজৰ ভতিজাৰ বীৰপালে পৰাস্ত কৰি, ৰাজ্য কাঢ়ি ললে। ৺ভ্ৰমৰ চন্দ্ৰ শইকীয়াৰ এই কথাবিলাক কিহৰ ওপৰত প্ৰতিষ্ঠিত জনা নাযায়। সেই কাৰণে তেখেতৰ কথাবিলাক প্ৰমাণ সাপেক্ষ। এতেকে আমি বিবৰ বা বীৰপালকে চুটিয়াসকলৰ প্ৰথম ৰজা বুলি বৰ্ত্তমান ধৰিব লাগিব। ভদ্ৰসেন ৰজাৰ বীৰপালে পৰাস্ত কৰা কথা বুৰঞ্জী সন্মত।

৺ভ্ৰমৰ চন্দ্ৰ শইকীয়াৰ উপৰুক্ত প্ৰবন্ধত তলত লিখা কথাবিলাক পোৱা যায়। গৌড়ীয় পাল ৰজাই চুটিয়াৰ আদি ৰজা সুৰধ্বজৰ ৰাজ্য আক্ৰমণ কৰিছিল। চুটিয়া ৰজাৰ পুত্ৰ গিৰিধ্বজে গৌড় ৰজাৰ লগত যুদ্ধ কৰি, গোড়েশ্বৰত (গুৱাহাটী মহকুমাৰ উত্তৰ পাৰে ৰঙিয়াৰ পৰা ১২ মাইল পূব উত্তৰে গোড়েশ্বৰ নামে এটি অঞ্চল আছে।) দুয়ো ৰাজ্যৰ সীমা পাতিছিল। গিৰিধ্বজৰ পুত্ৰ দেৱধ্বজে গৌড় ৰজাৰ লগত যুদ্ধ কৰি, বৰনদীকে (কামৰূপ আৰু দৰং জিলাৰ সীমাত) দুয়ো ৰাজ্যৰ সীমা পাতিলে। দেৱৰাজৰ পুত্ৰ সন্তধ্বজ বা সন্ত নাৰায়ণ ৰজাৰ পুত্ৰ নথকাত তেওঁৰ বৰ-কুঁৱৰীৰ ভায়েক ভদ্ৰসেন ৰজা হল। ভদ্ৰসেনক বীৰপালে পৰাস্ত কৰি, ৰজা হৈ ৰঙ্গানৈকে (উত্তৰ লক্ষীমপুৰ টাউনৰ চাৰি মাইল পশ্চিমে) তেওঁৰ ৰাজ্যৰ পশ্চিম সীমা পাতিলে।

শইকীয়াদেৱে এই ঘটনাসমূহ কিহৰ ওপৰত ভিত্তি কৰি লিখিছে

প্ৰবন্ধত উল্লেখ কৰা নাই।' শইকীয়াদেৱে উল্লেখ কৰা গোৰেশ্বৰক যদি গৌড় বুলি ধৰা হয়, তেনে এই স্থান বৰ্ত্তমানৰ পূব পাকিস্থানত অৰ্থাৎ বঙ্গদেশত পৰিব। শঙ্কলাদিয়ে লক্ষ্মাৱতী বা গৌড় নগৰ প্ৰতিষ্ঠা কৰিছিল আৰু ই প্ৰায় দুহেজাৰ বছৰ বঙ্গদেশৰ ৰাজধানী আছিল। এয়ে যদি নহয় তেনে গুৱাহাটী মহকুমাৰ উত্তৰপাৰৰ গোড়েশ্বৰো হব পাৰে। বৰনদী হল উত্তৰপাৰে কামৰূপ জিলাৰ পূব সীমাত আৰু বঙ্গানৈ হল উত্তৰ লক্ষীমপুৰ টাউনৰ চাৰি মাইল পশ্চিমে। এতেকে দেখা গল যে চুটিয়া ৰাজ্যই প্ৰথমে অসমৰ বা বৰনদীৰ সীমা পাৰ হৈ গৈ পাচত হুহঁকি আহি উত্তৰ লক্ষীমপুৰ পাইছিলহি। বুৰঞ্জীয়ে কয় ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে চুটিয়া ৰাজ্যৰ পশ্চিমে বাৰভূঞাৰ ৰাজ্য আৰু তেওঁলোকৰ পশ্চিমে কমতাপুৰ ৰাজ্য আৰু কমতাপুৰ পাৰ হৈহে গৌড়ৰাজ্য পোৱা গৈছিল। গৌড় আৰু চুটিয়া ৰাজ্যৰ মাজত হোৱা যুদ্ধত কমতাপুৰ আৰু বাৰভূঞাসকলৰ ৰাজ্যৰ উল্লেখ নাই। ইত্যাদিবিলাক কাৰণত শইকীয়াদেৱৰ কথাবিলাক প্ৰমাণ সাপেক্ষ।

সোণাগিৰিপাল ওৰফে গৌৰী নাৰায়ণ ওৰফে ৰত্নধ্বজ পালে তেওঁৰ ৰাজ্যৰ কাষত থকা কোনো ন্যায়পাল নামে ৰজাক যুদ্ধত ঘটুৱাই তেওঁৰ জীয়েকক বিয়া কৰাইছিল। তাৰ পাচত তেওঁ কমতাপুৰ ৰাজ্য আক্ৰমণ কৰি, কমতেশ্বৰক তেওঁলৈ জীয়েকক বিয়া দিবলৈ বাধ্য কৰিছিল। তেওঁ গৌড় ৰাজ্য আক্ৰমণ কৰিবলৈ যোৱাত গৌৰৰজাই তেওঁৰ লগত সন্ধি বন্ধালে আৰু দিনে সাত ঘটি গঙ্গাজল তেওঁলৈ পঠাবলৈ গাত লৈছিল আৰু তাৰ বিনিময়ত গৌড়েশ্বৰে পৰশুৰাম কুণ্ডৰ পানী খুজিছিল। ৰত্নধ্বজপালে তেওঁৰ এজন পুতেকক বিদ্যা আৰ্জ্জনৰ কাৰণে গৌড়ত থৈছিল; কিন্তু তেওঁৰ তাতে মৃত্যু হল। গৌড়েশ্বৰে শ ৰত্নধ্বজ পাললৈ পঠাই দিলে। ৰত্নধ্বজে সিন্ধু ক্ষেত্ৰত তীৰ্থ কৰিবলৈ যাওঁতে পুতেকৰ শ সেই ঠাই পাইছিলগৈ। সেই কাৰণে তেওঁ সেই ঠাইৰ নাম "শ দিয়া পাট" ৰাখিলে। কালক্ৰমত সেই ঠাইৰ নাম "সদিয়া" হল। Sibsagar District Gazetteer ত লিখিছে যে তেওঁ ভালেমান পুখুৰী খনাইছিল আৰু মন্দিৰ নিৰ্ম্মাণ কৰাইছিল আৰু সীমান্তবিলাকত গড় বন্ধাইছিল। তেওঁ খনোৱা পুখুৰী

আৰু নিৰ্ম্মান কৰোৱা মন্দিৰ আৰু গড়ৰ বিৱৰণ পোৱা নাযায়। উত্তৰ পাৰে বহুত পুখুৰী পোৱা যায। সেই পুখুৰীবিলাক আৰিমত্ত ৰজাই খনোৱা বুলি তাৰ মানুহে কয। চুটিয়া আৰু বাৰভূঞা ৰাজ্যৰ সীমান্তত বা চুটিয়া ৰাজ্যৰ পশ্চিম অংশত পোৱা মন্দিৰবিলাকৰ কথা ওপৰত উল্লেখ কৰা হৈছে। সেইবিলাক হিন্দু মন্দিৰ কোনে নিৰ্ম্মাণ কৰাইছিল পাৰলৈ নাই। ৰত্নধ্বজপাল বা গৌৰী নাৰাযণ বা সোণাগিৰিপাল হিন্দু নাম। এই নাম-বিলাক আৰু গঙ্গাজল আৰু পৰশুৰাম কুণ্ডৰ জল বিনিময়ৰপৰা তেওঁক হিন্দু বুলিব পাৰি। তেওঁ হিন্দু ধৰ্ম্ম গ্ৰহণ কৰিচিল নে নাই সঠিক জনা নাযায। ভদ্ৰসেনৰ ৰাজ্যত দৈবজ্ঞ আৰ ব্ৰাহ্মণ আছিল। সেই কাৰণে হযতো হিন্দু প্ৰজাবিলাকেও তেওঁক হিন্দু নাম দিব পাৰে।

দেওধাই অসম বুৰঞ্জীৰ মতে চুটিয়া ৰজাসকলৰ নাম তলত দিয়া হল:-

| ৰজাৰ নাম | ৰজা হোৱা শক | ভোগ কৰা বছৰ | মৃত্যুৰ শক |
|---|---|---|---|
| ১। বিৰৰ ওৰফে বীৰপাল | ১১১১ | ৩৫ | ১১৪৬ |
| ২। গৌৰীনাৰাযণ ওৰফে ৰত্নধ্বজপাল | ১১৪৬ | ৮০ | ১২২৬ |
| ৩। শিৱনাৰাযণ ওৰফে বিজয়ধ্বজ পাল | ১২২৬ | ৬১ | ১২৮৭ |
| ৪। জগতনাৰাযণ ওৰফে বিক্ৰমধ্বজপাল | ১২৮৭ | ৩৪ | ১৩২১ |
| ৫। প্ৰমত্তনাৰাযণ ওৰফে গৰুড়ধ্বজপাল | ১৩২১ | ৪৫ | ১৩৬৬ |
| ৬। হৰিনাৰাযণ ওৰফে শঙ্খধ্বজপাল | ১৩৬৬ | ৪৪ | ১৪১০ |
| ৭। গোলোকনাৰাযণ ওৰফে ময়ূৰধ্বজপাল | ১৪১০ | ৪১ | ১৪৫১ |
| ৮। ব্ৰজনাৰাযণ ওৰফে জয়ধ্বজপাল | ১৪৫১ | ৪৮ | ১৪৯৯ |
| ৯। সত্যনাৰায়ণ ওৰফে কৰ্ম্মধ্বজপাল | ১৪৯৯ | ৫৪ | ১৫৫৩ |
| ১০। ধীৰনাৰায়ণ ওৰফে ধৰ্ম্মধ্বজপাল | ১৫৫৩ | ৪৩ | ১৫৯৫ |
| ১১। জামাতা নিত্যপাল আৰু পুত্ৰ সাধক নাৰায়ণ | ১৫৯৫ | ২ | ১৫৯৮ |

এই চনবিলাক অন্য বুৰঞ্জীৰ লগত নিমিলে। অন্য বুৰঞ্জীৰ মতে ১৫২৩ খৃ:ত চুটিয়া ৰাজ্য আহোম সাম্ৰাজ্যত চামিল হল। এই বুৰঞ্জীমতে ১৫৯৮ শক অৰ্থাৎ ১৬৭৬ খৃ:তহে চুটিয়া ৰাজ্য আহোম সাম্ৰাজ্যত চামিল

হৈছিল। এতেকে ১৫৯৮ শক ভুল। ইয়াৰ পৰা প্ৰমাণ হয় যে অন্য শকবিলাকো ভুল।

সপ্তমজন চুটিয়া ৰজাৰপৰা শেষৰজনলৈকে আহোমৰ লগত চুটিয়া ৰজাসকলৰ সম্বন্ধৰ বাহিৰে তেওঁলোকৰ অন্য কথা পাবলৈ নাই। ইয়াৰ বাহিৰেও আহোম বুৰঞ্জীত চাওলুং ছুকাফাই অসমত ৰাজ্য স্থাপন কৰাৰ আগতে চুটিয়া ৰাজ্য জয় কৰা কথা পোৱা যায়। আহোম আৰু চুটিয়া ৰজাসকলৰ ভিতৰত কি হৈছিল তলত লিখা হল।

মগং ওৰফে মুংকঙৰ ৰজা চাম্‌লুঙ্‌ফাই চুটিয়া ৰাজ্য দখল কৰি তাত এজন শাসনকৰ্ত্তা পাতি থৈ যায়। চুটিয়াবিলাকে ছমাহৰ পাচত তেওঁক হত্যা কৰিলে। তাৰ পাচত মুংকঙৰ ৰজা ছুখানফাই (চামলুঙ্ফা আৰু ছুখানফা যজা আছিল।) ছুকাফাক চুটিয়া ৰাজ্য দখল কৰিবলৈ পঠালে। তেওঁ চুটিয়া ৰাজ্য দখল কৰি গুচি গল। এই ঘটনা ১২২৮ খৃঃৰ আগৰ। আহোম বুৰঞ্জীৰ ৩৮ পৃঃত তলত লিখা কথাবিলাক পোৱা যায়—অতীজত চাওলুং ছুকাফাই চুটিয়া, কছাৰী, মটক (মৰাণ), বৰাহী, নগা আৰু কমতা ৰাজ্য জয় কৰিছিল। তেওঁবিলাকে কৰ দিবলৈ গাত লোৱাত তেওঁবিলাকক যেনে আছিল তেনেই থাকিবলৈ দিলে। স্বৰ্গদেৱে কৰ আদায় কৰিবলৈ কমতাপুৰৰ এজন, মটকৰ (মৰাণ) পৰা উত্তৰ হোৱা চুটিয়া এজন আৰু নগাৰ পৰা উত্তৰ হোৱা কছাৰী এজন এই ৰাজ্যবিলাকৰপৰা কৰ তুলিবলৈ কটকী পাতি থৈ গৈছিল। তাৰ পাচত স্বৰ্গদেৱ যেতিয়া এই দেশলৈ (অসম) আহে তেতিয়া এই ৰজাবিলাকে উপঢৌকন আৰু কৰ দিছিল।

স্বৰ্গদেৱ চাওলুং তাও ছুতুফাই (১৩৬৪-৭৬ খৃঃ) সম্ভৱ চুটিয়া ৰজা গোলোক নাৰায়ণৰ দিনত চুটিয়া ৰাজ্য আক্ৰমণ কৰিছিল। তেওঁ চুটিয়া ৰজাক যুদ্ধত বলে নোৱাৰি তেওঁৰ লগত সন্ধি কৰি, তেওঁৰ সৈতে সখি বন্ধালে। চুটিয়া ৰজাই স্বৰ্গদেৱক চ'ৰানাও খেলিবলৈ মাতি নি ১৩৭৬ খৃঃত চক্ৰাই নৈত বিশ্বাসঘাটকতা কৰি হত্যা কৰিলে। আহোম বুৰঞ্জীৰ ৪৯ পৃঃত পোৱা যায় যে স্বৰ্গদেৱক গৰুৰে গচকাই হত্যা কৰিছিল। (আহোম বুৰঞ্জীত দিয়া ইংৰাজী অনুবাদত ঠায়ে ঠায়ে ভুল আছে।) সাত-সৰী অসম বুৰঞ্জীৰ ৯ পৃঃত লিখিছে—ছুতুফা "চুটিয়া ৰজাৰে সাক্তি বঁধাইছিল,

প্ৰীতি হই আছিল। পাচে চুটিয়া ৰজায়ে ছুলকৈ নি ধৰিলে, ভতৰাবে গচকাই মৰালে।" (সাতসৰী অসম বুৰঞ্জী। ৯ পৃঃ)

ককায়েকক হত্যা কৰাৰ প্ৰতিশোধ লবৰ অৰ্থে স্বৰ্গদেৱ ভাওথাযঠিয়ে (১৩৮০-৮৯ খৃঃ) চুটিয়া ৰাজ্য আক্ৰমণ কৰি চুটিয়া ৰজাক পৰাস্ত কৰি নিজ ৰাজ্যলৈ ঘূৰি আহিল।

স্বৰ্গদেৱ ছুহুমমুঙৰ দিনত ১৫১২ খৃঃত (চুটিয়া ৰজা ধীৰ নাৰায়ণৰ দিনত) চুটিযা ৰাজ্যৰ হাবুং খণ্ড আহোম সাম্ৰাজ্যত চামিল কৰা হল। ( A History of Assam-Sir E. A. Gait )

A History of Assam আৰু "দেওধাই অসম বুৰঞ্জী"ৰ মতে ৰত্নধ্বজৰ পাচৰ অষ্টমজনা চুটিয়া ৰজাৰ নাম ধীৰ নাৰায়ণ আৰু সাধনী তেওঁৰ একমাত্ৰ কন্যা আৰু সাধকনাৰায়ণ একমাত্ৰ পুত্ৰ। ( Sibsagar District Gazetter ৰ মতে সাধনীৰ পিতাকৰ নাম কৰ্ম্মধ্বজ আৰু তেওঁ ৰত্নধ্বজৰ পাচৰ পঞ্চম ৰজা। "দেওধাই অসম বুৰঞ্জী" মতে কৰ্ম্মধ্বজ ধীৰনাৰায়ণৰ পিতাক। বহুতৰ মতে ধীৰনাৰায়ণৰ আন এটা নাম ধৰ্ম্মধ্বজ আৰু বহুতৰ মতে ধীৰনাৰায়ণ আৰু ধৰ্ম্মধ্বজ পৃথক মানুহ।

সাধনীৰ উপযুক্ত দৰা নাপাই, চুটিয়া ৰজাই তেওঁৰ সয়ম্বৰ পাতিলে। পূৰ্ব্বৰ এজন চুটিয়া ৰজাৰ মৰিশালিত এটা কেৰ্কেটুৱা অহা যোৱা কৰি থাকে, আৰু খেদিলেও নাযায়। ৰজাই প্ৰতিজ্ঞা কৰিলে যে যি সেই কেৰ্কে-টুৱা এপাত কাঁড় মাৰি মাৰিব পাৰিব তেওঁলৈকে সাধনীক বিয়া দিব। নিতাই নামে এটা গৰখীয়াই কাঁড মাৰি কেকেটুৱাটো মাৰি সাধনীক লাভ কৰিলে। শহুৰেকৰ মৃত্যুৰ পাচত নিতাই ৰজা হৈ নীতিপাল নাম ললে। তেওঁ সুচাৰুৰূপে ৰাজ্য শাসন কৰিব পৰা নাছিল।

Dr. J. P. Wade চাহাবৰ An account of Assam ৰ পৰা আহোম সকলে চুটিয়া ৰাজ্য জয় কৰাৰ বিষয়ে তলত লিখা হল:—

১৫১৩ খৃঃত (স্বৰ্গদেৱ ছুহুমমুঙ্ ওৰফে স্বৰ্গ নাৰায়ণ ওৰফে দিহিঙ্গীয়া ৰজা-১৪৯৭-১৫৩৯ খৃঃ) চুটিয়া ৰজাৰ বংশৰ[১] ধীৰনাৰায়ণে এদল সৈন্যলৈ দিখৌ মুখলৈ[২] আগ বাঢি আহিল। স্বৰ্গদেৱে তেওঁৰ বিপক্ষে

১। চুটিয়াৰজা। (দেঃ অঃ বুঃ—১৫ পৃঃ)। ধীৰনাৰায়ণে দিখৌমুখ ললে। (আহোমবুঃ)
২। দিখৌমুখত পচলাৰে গড় বন্ধালে। (দেঃ অঃ বুঃ—১৫ পৃঃ)।

চাওচি খেন্ (Saoo Seekhien) আৰু তাও মুৰেই লুঙক[৩] (Taoo Mooreilungh) পঠোৱাত তেওঁ পলাই গল[৪]। স্বৰ্গদেৱে হাবুং আৰু পানবাৰী[৫] দখল কৰি, দিহিঙলৈ উভতি যোৱাত ধীৰ নাৰায়ণে আন বাটে[৬] দিহিঙলৈ আগ বাঢ়িল। যুদ্ধত আইও মুঙ্[৭] (Aioomoong) পৰাস্ত স্বৰ্গদেৱে অন্য এজন সেনাপতি[৮] পঠাই[৯] নিজে পাচ ললে। ধীৰ নাৰায়ণে প্ৰথমে দিহিঙলৈ আৰু তাৰ পাচত ডিব্ৰুলৈ পলাই গল। স্বৰ্গদেৱে এদল সৈন্যলৈ চেচা নৈৰ (ডিব্ৰুগড় মহকুমাত) মুখলৈ যাত্ৰা কৰিলে। স্বৰ্গদেৱৰ সৈন্যাধক্ষ্য সকলে ডিব্ৰুত কোঠ মাৰিলে। চুটিয়া ৰজা লাধুপুৰাহলৈ (Ladhoopurrah)[১০] পলাই গল আৰু তাৰ পাচত সদিয়া (Khuddia) পালেগৈ। স্বৰ্গদেৱৰ সৈন্যাই (থাওমুন চেঙ্ আৰু কিলুঙৰ তলে) বামে আৰু পানীযে তেওঁলোকৰ পাচ লোৱাত চুটিয়া ৰজাই সদিয়া এৰি অন্য এটা দুৰ্গত আশ্ৰয়লৈ[১১] তাৰ পৰা সন্ধিৰ প্ৰস্তাৱ কৰি, স্বৰ্গদেৱৰ সৈন্যাধ্যাক্ষ্য সকললৈ দুডাল সোনৰ হাৰ, দুটা হাতীদাঁতৰ কঠ[১২] আৰু দুজোৰা কৰিযা উপহাৰ পঠালে। স্বৰ্গদেৱলৈ এই কথা জনালত স্বৰ্গদেৱে চুটিয়া ৰজাৰ কুবেৰ দত্ত সম্পত্তি সোণৰ সিংহাসন, সোণৰ পতাকা আৰু সোণৰ মেকুৰি[১৩]আৰু চুটিয়া ৰাণীসহ দহোটা হাতী দাবি কৰিলে। চুটিযা ৰজাই দহোটা হাতী সহ ৰাণীক দিবলৈ গাত ললে; কিন্তু কুবেৰ দত্ত সম্পত্তি দিবলৈ অস্বীকাৰ কৰি, সেই সম্পত্তিৰ চানেকিৰে সম্পত্তি কৰাই দিবলৈ স্বৰ্গদেৱলৈ সময় খুজি পঠালে[১৪]। স্বৰ্গদেৱে সন্মতি জনালে। চুটিযা

৩। থাওমুংবানলু। (পু: অ: বু:)। Chao Shukhring আৰু দুজন Railungia গোহাঁই। (আহোম বু:)।

৪। ছুখ্ৰিং, ছুচং, থাওমুং, ৰাইলুং এই চাৰিজনক পঠোৱাত তেওঁবিলাকে নংকংমুং ৰিল কাষত চুটিয়াক যুদ্ধত পৰাস্ত কৰিলে। (দে: অ:ৰ: ১৫ পৃ:)।

৫। উত্তৰ লক্ষীমপুৰ মহকুমাৰ দিক্ৰং নদীৰ পশ্চিমে নাৰায়ণপুৰ মৌজাত পানবাৰী নামে এটি অঞ্চল আছে। লি:।

৬। মুংখ্ৰেঙত কোঠ মাৰিলে। (দে: অ: বু: ১৫ পৃ:)

৭। এওমুঙ। (পু: অ: বু:)। খেনমুঙ। (দে: অ:বঁ: ১৫ পৃ: আৰু আহোম বু:)

৮। ১৫২২ খৃ:ত Phrashenmung Buragohain আৰু klinglunrajmantri ফটিকোলৈ পঠালে। (আহোম বু: ৫৫পৃ:)।

৯। চেকম্বা কটালৈ। (পু: অ: বু:)। নংকংমুঙলৈ। (দে: অ: বু: ১৬ পৃ:)।

১০। লাভপাৰ। (পু: অ: বু:)।

ৰজা আহোম সৈন্যাধ্যক্ষৰ ওপৰত সন্তুষ্ট হৈ দুখন সোণৰ বনকৰা কাপোৰ, দুটা জাপি, দুজোৰ সোণৰ খাৰু, দোজোৰ সোণৰ বনকৰা পাইজাৰ, দুটা হাতী, দুটা হাতীদাঁতৰ কঠ, দুটা ঘোৰা আৰু কঠৰ মাজত দখন চুৰি উপহাৰ পঠালে[১৫]। এই উপহাৰৰ কথা স্বৰ্গদেৱক জনোৱাত কঠৰ মাজত সুমাই পঠোৱা চুৰি দুখন শত্ৰুতা আৰু যুদ্ধ ঘোষণাৰ চিন বুলি তেওঁ ব্যাখ্যা কৰিলে। স্বৰ্গদেৱে তাও মুঙ্গনাচুঙ্গ (Taoo Mongh Nasoonga), চাওচিলু-কিটুঙ্গ (Saoosiloo Kitoongh)' পাওমুনবাচুন (Paoo Meon Bassun), তাংচুমুঙ্গকাইখুন (Tang Shoomoongh Kaikhun) আৰু চাওচিকুৰুঙ্গহানক (Saoo Sikorunghan) চুটিয়া ৰজাক

---

১১। "আল্যগি চেটিয়াএ চুটিয়াৰ কাঁজি তোৰাক খেদি নিলে।" (পুঃ অঃ বুঃ)।

১২। চাৰিটা পাটি। (পুঃ অঃবুঃ)। ১৫২৩ খৃঃৰ আৰোণত চুটিয়া ৰজাই ৰূপাতকোঠ মাৰি টিকৌ আক্ৰমণ কৰাত ফ্ৰাছেঙমুঙ বৰগোহাঁই আৰু ক্লিঙলুন ৰাজমন্ত্ৰীয়ে ৰামত আৰ কাইতাৰা, আলাওকি চেটিয়া আৰু পাটাচলুঙে পানীত যুদ্ধ দিলে। পাচদিনা স্বৰ্গদেৱে সসৈন্যে সোণাৰিলৈ আগবাঢ়ি আহিল। তেতিয়া চুটিয়া ৰজাই কটকীৰ হাতত স্বৰ্গদেৱলৈ এখন সোণৰ পিৰা, দোজোৰা কম্বল আৰু এখন খুনীয়া আসন আৰু বৰগোহাঁই আৰু ৰাজমন্ত্ৰীলৈ একোখন সোণৰ পিৰা আৰু একোখন কম্বল পঠাই সন্ধিৰ প্ৰস্তাৱ কৰিলে। স্বৰ্গদেৱেৰে এখন কাঠৰ মিহি আসন, এটা সোণৰ ছাতি, এটা ৰূপৰ ছাতি, এজোৰ খাম-কাপোৰ, এজোৰ সোণৰ খাৰু, এজোৰ ৰূপৰ খাৰু, এজোৰ ৰূপৰ ওপৰত সোণপানী চৰোৱা খাৰু, এজনী ছোৱালী, এজনী হাতী আৰু দহোটা শকত হাতী দাবি জনালে। (আহোম বুঃ ৫৫ পৃঃ)।

১৩। সোণৰ দণ্ড, সোণৰ খাট আৰু সোণৰ মেকুৰী। (অন্যান্য বুঃ)।

১৪। পৈত্ৰিক সম্পত্তিৰ বাহিৰে বাকীবিলাক দিবলৈ চটিয়া ৰজাই গাত ললে। (আহোম বুঃ ৫৬ পৃঃ) এই কথা "অসম বুৰঞ্জী"ৰ (সুকুমাৰ মহন্তৰ ঘৰত পোৱা লগত মিলে। (১১ পৃঃ)

১৫। "থাওমুনচুঙলৈ সোণৰ খাপৰ চিকন ঝাপি এটা, সোণৰ খাৰু এজোৰ, সোণোৱালি পায়জাৰ এজোৰ, হাতী দুটা, পাটি দুখন। কিলুঙলৈ সোণৰ খাৰু এজোৰ, ঘোড়া দুটা, হাতী দুটা, পাটি দুখন।"

"কিলুঙলৈ যি পাটি দিলে তাৰে ভিতৰত ৰণক মনে চুৰি বুলিয়ো কয়, কটাৰীখান দিয়া হৈছিল।" (পুঃ অঃ বুঃ ৫৩ পৃঃ)। সুকুমাৰ মহন্তৰ ঘৰত পোৱা অসম বুৰঞ্জীৰ মতে স্বৰ্গদেৱলৈ দিয়া কুঁৰৰীৰ পাটাৰ ভিতৰত এখন ছুৰী পথাই দিলে। "এইবুলি কটকীতকৈ দিলে কুঁৱৰী এজনা। সন্দেশ, সোণৰ টাৰ ২ যোৰ, খাৰু ১ যোৰ, হাতী ১, ঘোঁৰা ২টা, পাটী ২ খান, সোণোৱালী পয়জাৰ ২ যোৰ, দুই গোহাঞিলৈ দিয়া সোণৰ খাৰু ২ যোৰ, সুনীয়া খাপৰ ২ গছ, জাপি ২টা, ঘোঁৰা ২টা, পাট্টি ২টা। ২৬॥" (অসম বুৰঞ্জী সুকুমাৰ মহন্তৰ ঘৰত পোৱা)

ৰণ কৰিবলৈ পঠাই, নিজে বৰ নগৰলৈ আগবাঢ়ি গ'ল।[১] প্ৰথমে চুটিয়া ৰজা ঈদ্নৰাচলি পৰ্ব্বতলৈ[২] আৰু তাৰ পাচত সুন্দৰগিৰিলৈ[৩] গল। তাতে আহোম সৈন্যাধ্যক্ষ্যসকলে চুটিয়া ৰজাক কেউফালৰ পৰা বেৰি ধৰি পৰাস্ত কৰি ৰজা, ৰাজকুমাৰ আৰু ৰাজকুমাৰীক হত্যা কৰিলে[৪]। চুটিয়া ৰাজ্য আহোম সম্ৰাজ্যৰ লগত চামিল কৰি, সদিয়াখোৱা গোহাঁইক[৫] চুটিয়া ৰাজ্য শাসন কৰিবলৈ দিয়া হল। চুটিয়া কুঁৱৰীক স্বৰ্গদেৱে বিয়া কৰিলে নে নাই সঠিক জনা নাযায়[৬]।

দেওধাই অসম বুৰঞ্জীত এই ঘটনা তলত লিখা মতে উল্লেখ কৰিছে— চন্দনগিৰি পৰ্ব্বতত চুটিয়া ৰজাৰ ১২০ কুঁৱৰীয়েহে শিলা কোঁচাই ৰজাৰ হাতত দিয়ে, ৰজা অবিচ্ছেদে মাৰে। স্বৰ্গী ৰজাৰ সৈন্যত পৰি পৰি মৰে।

---

১। থাউমুনাংচুক, চাউচিলকিলুঙ্গ, থাউমুনচেন, থাউমুনকেথন, চাউচিকৰজন। (পুঃ অঃ বুঃ ৫৩ পৃঃ)।
স্বৰ্গদেৱে Thaomung Lung Nang Shung, Chao Shenglungkla-Ngsheng, Thao Mung Shenba আৰু Thao Mungkling khen ৰ মৈতে চুটিয়াবিলাকক আক্ৰমণ কৰাই ঘটুৱালে। (আহোম বুঃ ৫৬ পৃঃ)

২। ৰঙ্গাথঙ্গচল পৰ্ব্বত। পুঃ অঃ বুঃ ৫৩ পৃঃ)। kaitara Hil (আহোম বুঃ ৫৬ পৃঃ)

৩। চন্দ্ৰগিৰি। (পুঃ অঃ বুঃ ৫৩ পৃঃ)। চন্‌তন্‌ পৰ্ব্বত। (আহোম বুঃ ৫৬ পৃঃ)

৪। Sir E.A. Gait চাহাবৰ বুৰঞ্জীৰ মতে চুটিয়াৰ ৰজা আৰু ৰাজকুমাৰীক যুদ্ধত হত্যা কৰা হল আৰু চুটিয়াৰ প্ৰধানৰ ৰাণীয়ে আত্মহত্যা কৰিলে। ৰায়বাহাদুৰ পদ্মনাথ গোহাঁই বৰুৱাৰ বুৰঞ্জীৰ মতেও চুটিয়া ৰাণী সাধনীয়ে কুবেৰদত্ত সম্পত্তি বুকুত বান্ধি চন্দনগিৰিৰ টিঙৰ পৰা তলৰ কুণ্ডলৈ জাপ দি তনু ত্যাগ কৰিলে।
জঙমুঙখামৰ যুদ্ধত চুটিয়া ৰজা কাঁড় লাগি স্বৰ্গী হল আৰু তেওঁৰ পুতেকে গড়যাজ হৈ যুদ্ধ কৰি মৃত্যুৰ মুখত পৰিল। তেওঁলোকৰমূৰ চৰাইদেওৰ দেওঘৰৰ দুৱাৰৰ মুখত পোতা হল। চুটিয়া ৰজাৰ পৈত্ৰিক সম্পত্তি হস্তগত কৰি আৰু কোঁৱৰ আৰু কুঁৱৰীসকলক বন্দী কৰি ৰৰনগৰত বাহৰ কৰি থকা স্বৰ্গদেৱৰ ওচৰলৈ পঠোৱা হল। (আহোম বুঃ ৫৭ পৃঃ)

৫। থাওমুঙমুঙক্লাছেঞ্মুঙক সদিয়াখোৱা গোহাঁই পাতিলে। লিঃ
স্বৰ্গদেৱে চুটিয়া ৰজাৰ বংশধৰক চুটিয়া ৰাজ্য শাসন কৰিবলৈ দিবৰ ইচ্ছা নকৰি থাওমুঙনাংছুং আৰু থাওমুঙমুঙক্লাছেমুঙক চুটিয়া ৰাজ্য থানথিত লগাবলৈ দিলে (আহোম বুঃ ৯৭ পৃঃ)

৬। দেওধাই অসম বুৰঞ্জী, অসমৰ বুৰঞ্জী আৰু An Account of Assam এ কয় যে স্বৰ্গদেৱে চুটিয়া ৰজাৰ এজনী কন্যা বা কুঁৱৰী দাবী কৰিছিল আৰু চুটিয়া ৰজা সন্মতো হৈছিল ; কিন্তু কাৰ্য্যত হৈ উঠিল নে নাই জনা নাযায়। লিঃ।

ফুচেঙ্গমুন ৰৰগোহাঁই মন্ত্ৰণাকৈ মিলা গছত ৰগোৱাই পৰ্ব্বতৰ ওপৰত চুলীয়াক ঢোল বজাব দিলেগৈ। স্বৰ্গী ৰজাৰ আজ্ঞাৰে পৰ্ব্বতত উঠি ঢোল বজালেগৈ ॥৩৬২॥ নিত্যপালৰ মৃত্যু— ৰজাই বোলে 'মোক পাচ ভেঁটি সৈন্য পালেহি' অদ্ভুত প্ৰতিহত হৈ সাধনী মহিষীক হাতত ধৰি পৰ্ব্বতৰ শৃঙ্গৰ পৰা ডেওৰাৰি জুৰিত পৰি মৰিল। ফুচেঙ্গমুন ৰৰগোহাঁই ৰজাৰ হাড়মূৰ বিচৰাই নাপালে। ৩৬৩॥ দিহিঙ্গীয়া ৰজাৰ জয়লাভ। ৰজা বোলে 'ৰৰগোহাঁই বিচাৰ কৰ।' ত্যাওলুঙ্গ নেওগে ৰজাত জনাইছেগৈ—'যুধজয়, শ্ৰীশ্ৰীস্বৰ্গী ৰজাৰ সদিয়াপ্ৰাপ্ত। ১৫৯৮ শকে[১] পুহমাহে হস্তীপ্ৰাপ্ত ২৭, ঘোঁৰা ১০০, হিলৈ ১০০০ নৌকা ৭০০, প্ৰজা, ধন, ধান্য অপৰ্যন্ত লেখ নাই। ম'হ ৯০০, দৈবজ্ঞ, ব্ৰাহ্মণ, তাঁতী, সোণাৰী, কমাৰ, চমাৰ, ধোৱা, নাপিত, খনিকৰ, দণ্ডছত্ৰ, কেকোঁৰা দোলা, চৰানাও, ৰৰছা ইত্যাদি আহিলা[২] সকলোকে আক্ৰমণ কৰি লৈ ৫ বছৰৰ সাধক নাৰায়ণ ৰাজপুত্ৰকে শিশুবধ নকৰি সদিয়াৰ সেই চুটিয়া দেশৰ ১২ ঘৰ মানুহ দি কলীয়াবৰৰ কামাখ্যা পৰ্ব্বতৰ বাহিৰ কৰি বৌভাৰ

১। এই শক ভুল। ১৫২৩ খৃঃ অৰ্থাৎ ১৪৪৫ শকত চুটিয়া ৰাজ্য আহোম সাম্ৰাজ্যত চামিল কৰা হৈছিল। "১৪৪৪ শকত পৌষত সদিয়া ভগ্ন" হৈল।" (অসম বুৰঞ্জী— ১১পৃঃ স্বকুমাৰ মহন্তৰ ঘৰত পোৱা)

২। "যুদ্ধত পোৱা বস্তু—পাচে বহুত পোৱা গল। হাতী ৩০টা, ঘোঁৰা ৩০টা, হিলৈ ৭৯টা, বাক্স-বৰ্চ্চা, দণ্ডছত্ৰ, কেকোঁৰা দোলা, আৰোৱান, পিকদান, গৰু-মহ আনো বিস্তৰ পালে। বামুণ, কাথকলিতা, গণক, কহাঁৰ, সোণাৰী আনো বৃত্তিকৰ মানুহ বিস্তৰ পালে।" (দেঃ অঃ বুঃ অন্তৰ্গত বাঁহগৰীয়া বুঢ়াগোহাঁইৰ বুঃ ১১৬-১৭ পৃঃ) "পাচে সেই নিচানে ৰজাক (ক্ৰাছেঞ্জমুঙৰ পুত্ৰ চনধামধৰ সন্দিকৈয়ে) পালেগৈ। ৰাজাক শেলে হানি মাৰিলে। ৰৰিণীয়েককো কঙ্কালত কাটি শালত দি থলে। ককালৰ সোণৰ কঙ্কালিটাৰ শদিয়াৰ দেওঘৰলৈ দিলে। পাচে ওলাই আহোতে চুটিয়াৰ মানুহে নাপিতফাংত্যাং দেওধাইৰ গলত কাণ্ড লগালে। পাচে চুটিয়া ৰজাৰ কুঁৱৰীবো পুতেকবো মুণ্ড, সোণৰ দণ্ড খাট, মেকুৰী, জাপি, কেকোৰা দোলা আৰু আহিলা পাতি এই সকলকো আনি ডাঙ্গৰীয়াবোৰে ৬/ত যোগাই সেৱা কৰিলেহি। প্ৰজা অনেক পালে, হাতী পালে, ২৭টা ঘোঁৰা পালে, ১৫০০ হিলৈ পালে। ৬/ও ডাঙ্গৰীয়াসকলক বঁটা দিলে। ২৭॥" (অসম বুৰঞ্জী। স্বকুমাৰ মহন্তৰ ঘৰত পোৱা) "চুটিয়া ৰজাৰ গাত কাঁড় লগালে। চুটিয়া ৰজা বীৰনাৰায়ণে (ধীৰনাৰায়ণ) সৈন্য ভাগিবৰ দেখি আপুনি উঠি আহিল, জংমুঙ্গলৈ কাড়মাৰিলে পাচে ধৰ্ম্মনাৰায়ণ পুত্ৰ বীৰনাৰায়ণ ৰজা মৰিল, জুৰিলৈ বগৰাই পেলালে। পাচে পুতেকক খুচি মাৰিলে, লাইখেঙ্গে ম্যৰিলে। তাৰ ৰৰকুঁৱৰীকো ধৰি আনিলে আৰু সোণৰ দণ্ড, খাট, মেকুৰী আৰু যি পালে মানে সকলোকে আনিলে। চুটিয়াৰ সৰ্ব্বস্ব লৈ আহিল।" (সাতসৰী অসম বুৰঞ্জী ৬০ পৃঃ)

পশ্চিম পাৰ, ধনশিৰীৰ পূব পাৰ, কবিৰ আলিৰ দক্ষিণ, ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে চৌহদ কৰি খুঁটা মাৰি তাম্ৰপত্ৰ কৰি দিলে, 'মানুহ বাবে ঘৰেৰে সহিতে প্ৰবৰ্ত্তি, ৰজা চাঙ্গত বছৰে বছৰে মোহৰ ৰূপ ৮০ টকা, খণ্ডা ৪০ খন শোধাই প্ৰবৰ্ত্তি থাকিবি, ইতি। ৩৬৪॥" (দেঃ অঃ বুঃ অন্তৰ্গত বিবিধ খণ্ড বুৰঞ্জী। ১৮৫ পৃঃ )

এতিয়া প্ৰশ্ন উঠে এই অঞ্চল কত ? বৰ্ত্তমান নগাওঁ জিলাৰ শিলঘাটৰ চাৰিওকালে থকা অঞ্চলকে কলিয়াবৰ বুলিছিল। শিলঘাটৰ কাষতে এটা পৰ্ব্বতৰ টিঙত কামাখ্যা দেবীৰ (গুৱাহাটীৰ নীলাচলৰ বাহিৰেও) মন্দিৰ আছে। ধনশিৰী নৈ আৰু বৌতা নৈ মঙ্গলদৈ মহকুমাত। বৌতা আৰু ধনশিৰী দুখন নৈ নহয় এখনহে। বৰ্ত্তমানৰ ৰেল লাইনৰ কিছু উত্তৰে ধনশিৰী নৈ দুটা সুতিত পৰিণত হৈছে। ৰৌতা ৰেল ষ্টেচনৰ কিছু পূবে জীয়াধনশিৰী আৰু কিছু পশ্চিমে মৰা ধনশিৰী নৈ বৈ গৈ দক্ষিণলৈ ইখনৰ পৰা সিখন ক্ৰমাত দূৰ হৈ ব্ৰহ্মপুত্ৰত পৰিছে। মঙ্গলদৈ টাউনৰ পৰা উত্তৰ ট্ৰাঙ্ক ৰ'দে মৰা ধনশিৰী প্ৰায় ষোল মাইল পূবে আৰু জীয়াধনশিৰী মৰা ধনশিৰীৰ প্ৰায় ছমাইল পূবে। জীয়া ধনশিৰী ৰৌতাৰ কাষেদি যোৱাত বোধহয় সেই সুতিকে ৰৌতা আৰু মৰা ধনশিৰীক ধনশিৰী বোলে। ইয়াত ৰৌতাৰ পশ্চিম পাৰ আৰু ধনশিৰীৰ পূব পাৰ বুলিছে। এই হিচাবে চালে জীয়া ধনশিৰীয়েই ৰৌতা আৰু মৰা ধনশিৰীয়েই ধনশিৰী হয়। গোহাঁই কমলৰ আলিকে দৰঙ্গত কবিৰ আলি বোলে। বোধহয় পূৰ্ব্বৰ কবিৰ আলিৰ ওপৰতে কোচ ৰাজকোঁৱৰ গোহাঁইকমলে ১৫৪৭ খৃঃত গোহাঁইকমল আলি বন্ধাইছিল। এই আলি ৰৌতা ৰেল ষ্টেচনৰ উত্তৰে কিন্তু পূবে জামু-গুৰিলৈকে ক্ৰমাত দক্ষিণ ফাললৈ চপাই আনিছিল। এই আলি তেজপুৰৰ ভৰলী নদীৰ পূবলৈকে (জামুগুৰি) ভগ্ন অৱস্থাত পোৱা যায়। আমি এই আলিৰ চিন বৰপেটা মহকুমাৰ ভৱানীপুৰ অঞ্চলতো দেখা পাইছিলোঁ। তাতো এই আলিক কবিৰ আলি বোলে। গোহাঁইকমলে লক্ষীমপুৰৰ নাৰায়ণপুৰলৈকে আলি বন্ধাইছিল। এই চাৰিসীমাৰ পৰা সঠিককৈ কব পাৰি যে চুটিয়া ৰাজকুমাৰক স্বৰ্গদেৱে মঙ্গলদৈ মহকুমাৰ এক অংশত স্থাপন কৰিছিল। ৰায়বাহাদুৰ ৺পদ্মনাথ গোহাঁই বৰুৱাই চুটিয়া ৰাজকুমাৰক

তেজপুৰ মহকুমাৰ চতিয়া অঞ্চলত স্থাপন কৰিছিল আৰু "চুটিয়া" শব্দৰ পৰা "চতিয়া" শব্দ হল বুলি অসম বুৰঞ্জীত লিখিছে। আমাৰ মতে গোহাঁই বৰুৱাৰ উক্তি উপৰুক্ত কাৰণত ভুল। এই কাৰণে "চুটিয়া" শব্দৰ পৰা "চতিয়া" বোলা কথাষাৰ বিশ্বাসযোগ্য হব নোৱাৰে। Sir E. A. Gait চাহাবৰ বুৰঞ্জী মতে চুটিয়া ৰাজবংশক পাকৰিগুৰিলৈ স্থানান্তৰিত কৰিছিল। এতিয়া প্ৰশ্ন উঠে দেওধাই অসম বুৰঞ্জীত আৰু অসম বুৰঞ্জীত যি অঞ্চলত চুটিয়া ৰাজকোঁৱৰক স্থাপন কৰিছিল বুলিছিল সেই অঞ্চল তেতিয়া আহোম সাম্ৰাজ্যৰে ভুক্ত আছিল নে নাই? ১৪৯৭ খৃ:ত হুচেন চাহে কমতা পুৰ ৰাজ্য ধ্বংস কৰাত ১৫১৫ খৃ:ত কোচ ৰজা বিশ্বসিংহই তাত কোচ ৰাজ্য প্ৰতিস্থা কৰিবলৈ সুবিধা পালে। কমতাপুৰ ৰাজ্যৰ পূৰ্বসীমা বৰনদী আছিল বুলি কয়। সেয়েহলে বৌতা আৰু চতিয়া কমতা ৰাজ্যৰ পূবে আৰু চুটিয়া ৰাজ্যৰ পশ্চিমে আছিল আৰু চুটিয়া আৰু কমতা পুৰ ৰাজ্যৰ মজেত ভূঞাবিলাক আছিল। চুটিয়া আৰু কমতাপুৰ ৰাজ্যৰ মাজত যুদ্ধ, সন্ধি, আদান প্ৰদান চলিছিল। সেইদৰে আহোম আৰু কমতাপুৰৰ মাজতো আদান প্ৰদান আছিল আৰু স্বৰ্গদেৱ চাওলুং তাও ছুখাংফাই (১২৯৩-১৩৩২ খৃ:) কমতাৰ ৰাজকুমাৰী ৰাজেনীক আৰু স্বৰ্গদেৱ চাও ছুদাংফাই (১৩৯৭-১৪০৭ খৃ:) কমতাৰ ৰাজকুমাৰী নাংফ্ৰাজেনীৰ বিয়া কৰাইছিল। এই বিলাক কাৰণত কব পাৰি যে পূবে চুটিয়া আৰু আহোম ৰাজ্য আৰু পশ্চিমে কমতাপুৰ ৰাজ্যৰ মাজত বৰ প্ৰতাপী বা ক্ষমতাশালী ৰাজ্য ব্ৰহ্মপুত্ৰৰ পাৰত নাছিল। উত্তৰপাৰৰ ভূঞা ৰাজ্য আহোম সাম্ৰাজ্যৰ লগত চামিল হৈছিল। এতেকে নতুনকৈ পোৱা ৰাজ্যৰ বৌতা অঞ্চলত স্বৰ্গদেৱে চুটিয়া ৰাজকুমাৰক স্থাপন কৰিছিল। ১৫৪৭ খৃ:ত সেই অঞ্চল কোচ যুৱৰাজ চিলাৰায়ে দখল কৰি কোচ ৰাজ্য পূবে ক্ৰমাত আহোম সম্ৰাজ্য সীমালৈকে বিস্তাৰ কৰিছিল। সম্ভৱ তেতিয়া চুটিয়া ৰাজকুমাৰ কোচ ৰজাৰ তলতীয়া হল আৰু পাচত তেওঁৰ অস্তিত্ব হেৰাই গল। ১৫২৩ খৃ:ত পাকৰিগুৰিৰ (নগাওঁ) এক অংশ শক্তিশালী কছাৰী আৰু এক অংশ সৰু সৰু ৰাজ্য হিচাবে ভূঞাবিলাকৰ তলত আছিল। সেই কাৰণে Sir E. A Gait চাহাবে পাকৰিগুৰিত চুটিয়া ৰাজকুমাৰক স্থাপন কৰা কথা সমৰ্থন কৰিব নোৱাৰি।

"দেওধাই অসম বুৰঞ্জী"ৰ ১৭-১৮ পৃঃত পোৱা যায় "পাচে আমাৰ (আহোম) লোকে চুটিয়া ৰজাক খেদি ধৰিলেগৈ। চুটিয়া ৰজা আমাৰ লোকক খেদি যাবৰ দেখি জাংমুংখেনলৈ কাঁৰ মাৰি পঠালে। পাচে জাংমুং-খেনে চুটিয়া ৰজাক যাঠীৰে খুচি মাৰিলে। শটো জুবিলৈ বগৰাই পেলালে। পাচে জাংমুংখেনে চুটিয়া ৰজাৰ বাপেক পুতেকৰ মূৰ কাটি আনি ডাঙ্গৰীয়া সকলৰ ঠাইত দিলেহি আৰু চুটিয়া ৰজাৰ বৰকুঁৱৰীৰ মূৰ কাটি আনি আইখাং-খুনে দিলেহি। আৰু আমাৰ লোকে পৰ্ব্বত উঠি বিচাৰ কৰি তাৰ ল'ৰা-তিৰোতা, সকলো পাই ধৰি আনিলে। সোণৰ ৰূপৰ দণ্ড, সোণ-ৰূপৰ খাট, সোণ-ৰূপৰ মেকুৰী এই বস্তুসকল আনি ৰজাদেৱক দিলেহি। ১৪৪৪ শকত চ'তৰ তিনদিন যোৱাত চন্দ্ৰনাৰায়ণ চুটিয়া ৰজাৰ মৃত্যু হল। চুটিয়া ৰজাৰ শদিয়া নগৰত আমাৰ ৰজাদেৱে থাকোতে ত্যাওচুলুং-কুবিন ১, ৰুংচেং, ১, এই দুই থাউকাং পৰ্ব্বতৰপৰা চুটিয়া ৰজাৰ মূৰ কাটি আনি ৰজাদেৱক দিলেহি। ৩৪।।........চুটিয়া ৰজাৰ মূৰটো নচুৰাই পৰ্ব্বতত মুণ্ডমালা বান্ধি খলে। ৩৫।।"

"এই ৰণ জিকি হাতী, ঘোঁৰা, সোণ ৰূপ অস্ত্ৰ শস্ত্ৰ অনেক দ্ৰব্য পালে; সোণৰ হাতী, সোণৰ মেকুৰি, ওজৰা ওৰেলা, ওমাইহাঙ্গ ও সোণোৱালি তিনিচুকিয়া সিংহাসন ওখাট, এই সকল দ্ৰব্য পাই সৰগদেও ঘৰলৈ উচৰ্গি দিলে।" (৺কাশীনাথ তাঃ ফুঃ বুঃ ১৬ পৃঃ)

চুটিয়া ৰাজ্য দখল কৰাৰ পাচত স্বৰ্গদেৱে থাওমুঙুলুঙ্, নাঙ্ছুঙ্, চাওছেঙ্ লুঙ্‌ক্লিঙ্ লুন্ আদি সকলোকে উপহাৰ দিলে। তেওঁ চুটিয়া ৰজাৰ কোনো বংশধৰকে সেই ৰাজ্যত ৰজা পাতিবলৈ ইচ্ছা নকৰি, থাওমুঙ্নাঙ্ছুঙক থাওমুঙ্লুঙ্ ক্ৰাছেঞ্মুঙ্ নাম দি সেই ৰাজ্যত শৃঙ্খলা লগাবলৈ পঠালে। তওঁৰ লগত তিনিশ তিনিজন মানুহ দিছিল। (আহোম বুৰঞ্জী—৫৭ পৃঃ। এইখিনিতে ইংৰাজী অনুবাদত ভুল আছে। লিঃ)

"পাচে মহাৰজা ডাঙ্গৰীয়া সহিতে সকলোকে চপাই আলচ কৰি বোলে 'লোক ৰাইজ্য মাৰিছোঁ। ইয়াত ৰাজ্য ৰখন্তা নভৈলে কিয় ভাল হৈব? এই বুলি থাওমুংলুংলংচেঙ্গক ক্ৰাংচেংমুন নাম দি বিহ গোহাঁই পাতি প্ৰজে

সৈন্য তিনিশ দিলে, হস্তী তিনিটা, শদিয়াত অধিকাৰী।" (সাতসৰ। অসম বুৰঞ্জী। ৬০ পৃ:)

চুটিয়া ৰাজ্য দখল কৰাৰ পাচত সেই ৰাজ্য সুকলমে চলাবৰ কাৰণে সদিয়াত এজন বিষয়া নিয়োগ কৰা হল। সেই বিষয়া জনক সদিয়া খোৱা গোহাঁই বোলে। চুটিয়া ৰাজ্য দখল কৰোতা থাও মুঙ্লুঙ্ ফ্রাছেঞ্মুঙ্ বৰ গোহাঁইক স্বৰ্গদেৱে প্ৰথম সদিয়া খোৱা গোহাঁই পাতিছিল। পাচলৈ এই বিষয় বুঢ়া গোহাঁই আৰু খামটি ৰজাই ভোগ কৰিছিল।

ৰাজ্য হেৰুৱাৰ পাচত চুটিয়াবিলাকে নিতাল মাৰি নাথাকি বিদ্ৰোহ কৰিছিল। সেই বিদ্ৰোহ বৰ গোহাঁয়ে দমন কৰিলে কিন্তু দিহিঙ্গীয়া গোহাঁই আৰু পাইপম হাতী ৰণত পৰিল। আহোম বুৰঞ্জীত লিখিছে যে ১৫২৪ খৃ:ত চাওচেঙ্লুঙ্ক্লিং খামক সদিয়া খোৱা গোহাঁই পতা হৈছিল। এই কথা দেওধাই অসম বুৰঞ্জীৰ ২১ পৃ:ত তলত লিখাৰ দৰে পোৱা হয়—"আতপাচে সদিয়াত ফাচেন্মুন বৰ গোহাঁইক....ডিবৰু ৰাজ্য খাব দিলে। লাক্লিকংমাও শকত ত্যাওচুংলুং—ক্লিংলুঙ্গক থাও মুংলুং-বঙ্গন নাম দি, কাংখাম ৰজাৰ পৰা লুইতৰ আগৰিত সীমা কৰি দিলে।" ইয়াৰ পৰা বুজা যায় যে চুটিযা ৰাজ্যৰ একখণ্ডত থাওমুঙলুঙ ফ্রাছেঞ্মুঙৰ লগত চাওচেঙ্লুঙ্ক্লিঙ্ খামকো (ত্যাও চুঙ লুঙ্ কিঙ্ লুঙ্) অধিপতি পাতিছিল।

১৫২৭খৃ:ত চুটিযাবিলাকে পুনৰ বিদ্ৰোহ কৰিছিল; কিন্তু সেই বিদ্ৰোহ দমন কৰা হল। ১৫২৯ খৃ: ত (আহোম বু:) চুটিয়াবিলাকে পুনৰ থাওমুঙ্-লুঙ্ ফ্রাছেঞ্মুঙ্ আৰু থাওমুঙ্বঙনৰ (ত্যাও চুংলুং-কিংলুঙ্গ) বিপক্ষে বিদ্ৰোহ কৰাৰ বাতৰি পাই, স্বৰ্গদেৱে ছুক্লানফা তিপাম ৰজাক বৰ গোহঁইক সহায় কৰিবলৈ পঠালে। বৰগোহাঁয়ে চন্দন গিৰিত চুটিয়াৰ লগত ৰণ দিলে আৰু থাওমুঙ্ বঙেন সদিয়ালৈ আৰু ছুক্লানফা কাংখামলৈ আগ বাঢ়ি গল। স্বৰ্গ-দেৱ ত্যাও চেঙ্লুঙ্ কংচেং আৰু অন্যান্য ডাঙ্গৰীয়া সকলেৰে সৈতে কং-খামলৈ গল। তাৰ পৰা স্বৰ্গদেৱ সদিয়ালৈ গৈ ত্যাও চেঙ্লুঙ্-কংচেং, ৰূপ-সন্দিকৈ আৰু ছেঙ্হননক দিবাংমুখলৈ, ছুক্লানফা, বৰগোহাঁই, থাওমুঙ চেন্নৰ আৰু থাওমুঙ্ক্লিঙ্খামক থাউকং পৰ্ব্বতলৈ (দৈ থাঙ্ আ: বু:) আৰু ত্যাও ছূলেঙ্ চাবিং ৰজাক কুণ্ডিলৰ দেওবৰলৈ পঠালে। থাউকং পৰ্ব্বতত চুটিয়া-

বিলাক পৰাস্ত হোৱাত স্বৰ্গদেৱে চাবিং ৰজাক থাউকং পৰ্ব্বতলৈ আৰু বৰগোহাঁইক দিখাৰিয়েদি (ডিব্ৰুগড় আৰু শিৱসাগৰ মহকুমাৰ দোমোজাত) চন্দনগিৰিত যুদ্ধ কৰিবলৈ পঠালে। চন্দনগিৰিত আহোমসকলে যুদ্ধত জিকিব নোৱাৰি, থাওমুঙ্ ক্লিঙ্খামক পঠাই চন্দনগিৰিৰ নামনিৰ কিছুমান চুটিয়াৰ ল'ৰা-বুঢ়া মানুহ ধৰি আনি স্বৰ্গদেৱৰ লগ ললে। স্বৰ্গদেৱে সদিয়াৰ পৰা কংখাম আৰু তাৰপৰা দিফালুমুখলৈ গল। চাবিং ৰজা দেও ঘৰৰ পৰা ঘূৰি আহোঁতে লুইতৰ কাষত চুটিয়াবিলাকে বেৰি ধৰিলে। থাওমুঙ্ ঘঙেন, ত্যাওচেঙলুঙ্ আৰু কাঙুত্যোঙচুহননে দিবাঙে ভটিয়াই আহি, চাবিং ৰজাক উদ্ধাৰ কৰিলে আৰু চুটিয়া বিলাকক পৰাস্ত কৰি, কিছুমান ধৰি আনি কাংখামত স্বৰ্গদেৱক সোধালে। স্বৰ্গদেৱে বৰগোহাঁই আৰু থাওমুঙ্ঘঙেনক সসৈন্যে সদিয়াত থৈ ৰাজধানীলৈ উভতি আহিল। (দে: অ: বু: ২৩-২৪ পৃ:)। এই বিদ্ৰোহৰ বিৱৰণৰ পৰা বুজা যায় যে বিদ্ৰোহ ব্যাপক আৰু সতেজ ভাবে হৈছিল। বিদ্ৰোহ পৰিচালনা কৰা সকলৰ নাম হলে পাবলৈ নাই।

Sir E. A. Gait চাহাবৰ বুৰঞ্জীত পোৱা যায় যে চুটিয়াবিলাকে স্বৰ্গদেৱ ছুক্লেনমুঙৰ দিনত ১৫৪২ খৃ:ত বিদ্ৰোহ কৰিছিল। আহোম বুৰঞ্জীত পোৱা যায় যে ১৫৪২-৪৩ খৃ:ত চুটিয়াবিলাকে দিচাঙত হুননক হত্যা কৰিলে কিন্তু চাওলুঙটিয়াই চুটিয়া ৰাজ্য ধ্বংস কৰিলে। এই কথা দেওধাই অসম বুৰঞ্জীত তলত লিখা দৰে পোৱা যায়—"পাচে বৈশাগৰ দিনত চুটিয়া আহি চুংহননক দিচাঙত মাৰি ল'ৰা-তিৰোতা ধৰিবলৈ গল দিচাঙৰ পৰা। পাচে ৰজাদেৱে এই কথা শুনি লাক্লিপ্লেক্ক্লিশকত থাওমুং তিপামক কছাৰী ৰাজ্যৰ পৰা আনি দিচাঙত চলেং তিপমীয়া গোহাঁইৰ হতুৱাই থোৱালে। ৫৩॥"

Sir E. A. Gait চাহাবৰ বুৰঞ্জীত পোৱা যায় যে চুটিয়াবিলাকে স্বৰ্গদেৱ ছুখাম্ফাৰ দিনত ১৫৬৩ খৃ:ত তিপাম আৰু নামৰূপত আৰু ১৫৭২ খৃ:ত বিদ্ৰোহ কৰিছিল। প্ৰত্যেক বিদ্ৰোহকে আহোমসকলে দমন কৰিছিল। এই কথাবিলাক দেওধাই অসম বুৰঞ্জীৰ ৪৬ আৰু ৪৭ পৃ:ত তলত দিয়া

দৰে পোৱা যায়—"এনেতে আহোমৰ দিনত চুটিয়াই আছি আৰাব খেৰেম (ডিব্রুগড় মহকুমাত। তাত বৰ্ত্তমান খেৰেমীয়া নামে এটা মৌজা আছে), নামৰুক দুই ৰাজ্য ভাঙ্গিলেহি পাচে ৰজাদেৱৰ দদায়েক চুলেং তিপাম ৰজা গৈ চুটিয়াবে যুদ্ধ ধৰিলেগৈ। তিপাম ৰজা উঠা হাতীত চুটিয়াই তিনিপাট কাঁড় মাৰি লগালত বলে নোৱাৰা হেন দেখি তিপাম ৰজা দিহিং পাৰ হৈ হুইঁকি আছিল। ৬৯॥" স্বৰ্গদেৱৰ আদেশত চাৰিংৰজা, বুঢ়াগোহাঁই আৰু ৰূপসন্দিকৈয়ে কান্ত্যাৰ পৰা চুটিয়াৰ সেনাপতিক ধৰি আনিলে। (দেঃ অঃ বুঃ—৪৭ পৃঃ)।

আহোম বুৰঞ্জীৰ ১০৩ পৃঃত পোৱা যায যে চাওফাছুছেঙ ওৰফে স্বৰ্গদেৱ প্ৰতাপ সিংহৰ দিনত ১৬১৮–২০ খৃঃৰ ভিতৰত চুটিয়া ৰাজকুমাৰ যদুৱে স্বৰ্গদেৱৰ পক্ষলৈ মুছলমানৰ বিপক্ষে যুদ্ধ কৰিছিল।

১৫২৩ খৃঃ তে যদিও আহোম সকলে চুটিয়া ৰাজ্য তেওঁলোকৰ সাম্ৰাজ্যত চামিল কৰিছিল তত্ৰাচ চুটিয়া সকলৰ স্বাধীন চিত আৰু তেজ নিৰ্ম্মুল কৰিব পৰা নাছিল। সেযেহে চুটিয়া সকলে মাজে মাজে স্বাধীনতা উদ্ধাৰৰ অৰ্থে ১৫৭২ খৃঃলৈকে বিদ্ৰোহ কৰিছিল। ১৫৭২ খৃঃৰ পাচৰ পৰা চুটিয়া সকলে বিদ্ৰোহ কৰা কথা পোৱা নাযায। বোধহয় তেতিয়াৰপৰা চুটিয়াসকল অন্যান্য অসমীয়া জাতিৰ লগত মিলহৈ এক বৃহৎ অসমীয়া জাতিত পৰিণত হল।

প্ৰকাশিত প্ৰবন্ধ আৰু বুৰঞ্জীৰ ওপৰত ভিত্তি কৰি চুটিয়া ৰজাসকলৰ নাম তলত দিয়া হল ;—

ভীষ্মক। (কুণ্ডিল বা বিদৰ্ভৰ পৌৰাণিক ৰজা।)
|
×
|
×
|
সুবংধ্বজ।
|
গিৰিধ্বজ।
|
দেৱধ্বজ।

সন্তধ্বজ ওৰফে সন্তনাৰায়ণ = বৰ কুঁৱৰী

অপুত্ৰক। এই কাৰণে বৰকুঁৱৰীৰ ভায়েক ভদ্ৰসেন ৰজা হল।

সন্তধ্বজৰ ভতিজাক বীৰপাল বা চুটিয়াৰ আদি ৰজা বিবৰে ভদ্ৰসেনক পৰাস্ত কৰি, ভৈয়ামত চুটিয়া ৰাজ্য স্থাপন কৰি ১২০৪ খৃঃত ৰজা হ'ল।

বীৰ পাল ওৰফে বিবৰ।

গৌৰীনাৰায়ণ ওৰফে ৰত্নধ্বজপাল (১২২৩ খৃঃ....)
ওৰফে সোণাগিৰি পাল।

শিৱ নাৰায়ণ ওৰফে বিজয়ধ্বজ পাল।

জগৎ নাৰায়ণ ওৰফে বিক্ৰমধ্বজ পাল (সত্য নাৰায়ণ)

প্ৰমত নাৰায়ণ ওৰফে গৰুড়ধ্বজ পাল।

হৰি নাৰায়ণ ওৰফে শঙ্খধ্বজ পাল।

গোলোক নাৰায়ণ ওৰফে মউৰধ্বজ পাল।

ব্ৰজ নাৰায়ণ ওৰফে জয়ধ্বজপাল।

সত্য নাৰায়ণ ওৰফে কৰ্ম্মধ্বজপাল।

ধীৰ নাৰায়ণ ওৰফে ধৰ্ম্মধ্বজ পাল।

সাধনী = নীতিপাল (১৫১৯-২৩খৃঃ) সাধক নাৰায়ণ।

চুটিয়া জাতিৰ সংস্কৃতি, সভ্যতা, সাহিত্য, ভাস্কৰ্য্য, শিল্প, ৰাজতন্ত্ৰ, মুদ্ৰা, ধৰ্ম্ম আদিৰ বিষয়ে বিশেষ বিৱৰণ প্ৰকাশ হোৱা নাই।

চুটিয়া জাতিৰ সেই সময়ৰ অন্যান্য জাতিৰ দৰে স্বেচ্ছাচাৰী ৰাজতন্ত্ৰ আছিল; কিন্তু ই কেনে প্ৰকাৰে চালিত হৈছিল জনা নাযায়। মটকৰ বুৰুঞ্জ চুটিয়াৰ বিদ্ৰোহী ৰজা সৰ্ব্বানন্দ সিংহৰ বাহিৰে স্বাধীন চুটিয়া ৰজা-

সকলৰ মুদ্ৰা থকাৰ প্ৰমাণ পোৱা যায়। Col. Shakespeare চাহাবৰ মতে আহোমসকলে দেউৰীসকলৰ লিখিত ভাষা পাইছিল, কিন্তু বৰ্ত্তমান দেউৰীসকলৰ ভিতৰত কোনো লিখিত ভাষা নাই আৰু আজিলৈকে দেউৰা ভাষাত লিখিত কোনো পুথি বা ফলি আৱিষ্কাৰ হোৱা নাই। এই কাৰণে চুটিয়াসকলৰ লিখিত ভাষা থকা কথা প্ৰমাণ সাপেক্ষ। চুটিয়াসকলৰ ধৰ্ম্মৰ বিষয়ে ওপৰত লিখা হৈছে।

আহোমসকলে চুটিয়া ৰাজ্য জয় কৰি, তাত দৈবজ্ঞ, ব্ৰাহ্মণ, কাৎ-কলিতা, তাঁতী, সোণাৰী, কমাৰ, চমাৰ, ধোবা, নাপিত, খনিকৰ আদি পাইছিল। চুটিয়া ৰাজ্যৰ হাবুঙত ব্ৰাহ্মণৰ ঘৰত স্বৰ্গদেৱ ছুদাংফা (১৩৯৭-১৪০৭ খৃঃ) ডাঙৰ হৈছিল আৰু তেওঁ সেই ব্ৰাহ্মণৰ ঘৰৰ লক্ষ্মীনাৰায়ণ শালগ্ৰাম আহোম ৰজাৰ ঘৰত প্ৰতিষ্ঠা কৰিছিল। চুটিয়া ৰাজ্যৰ পূব আৰু পশ্চিম সীমান্তত থকা হিন্দুৰ তীৰ্থস্থান আৰু মন্দিৰ আৰু অন্যান্য ঠাইত থকা মন্দিৰ আৰু ভাস্কৰ্য্যৰ কথা ওপৰত উল্লেখ কৰা হৈছে। এইবিলাক কথাৰ পৰা প্ৰমাণিত হয়যে চুটিয়া ৰাজ্যত অতীজৰপৰা আৰ্য্যৰ বসতি আছিল আৰু আৰ্য্য সভ্যতাৰ পোহৰ পৰিছিল। চুটিয়া ৰাজ্যত তাঁতী, সোণাৰী, কহাঁৰ, কমাৰ, চমাৰ, ধোবা, নাপিত, খনিকৰ আদি বৃত্তিয়াল মানুহ থকাই প্ৰমাণ কৰে যে কুটীৰ শিল্প বিষয়ত চুটীয়া ৰাজ্য স্বাৱলম্বী আছিল। চুটিয়া ৰজাৰ সোণৰ দণ্ড, ছত্ৰ, সিংহাসন, পতাকা আৰু মেকুৰি আছিল। চুটিয়া ৰজাই স্বৰ্গদেৱ আৰু আহোম সৈন্যাধ্যক্ষসকললৈ সোণৰ হাৰ, কৰিয়া আদি সোণ-ৰূপৰ অলঙ্কাৰ আৰু হাতী-দাঁতৰ কঠ বা পাটি উপহাৰ স্বৰূপে পঠাইছিল। এইবিলাক কথাৰ পৰা প্ৰমাণিত হয় যে চুটিয়া ৰাজ্যত সোণ আৰু ৰূপৰ অলঙ্কাৰ বহুলভাৱে প্ৰচলিত হৈছিল আৰু চুটিয়াসকল হাতী-দাঁতৰ কামত পাকৈত আছিল। চুটিয়া ৰাজ্য জয় কৰি, আহোমসকলে দণ্ড-ছত্ৰ, কেকোৰা-দোলা, চ'ৰানাও, নাওঁ, বাৰু, ৰৰচা, আৰোৱান, পিকদান, জৰা, বেলা, মাইহাঙ্গ, ডবা, কালি, হিলৈ, হাতী, ঘোৰা, গৰু ম'হ, ধন, ধান আদি অলেখ বস্তু পাইছিল। ৺কাশীনাথ তামুলী ফুকনৰ "আসাম বুৰঞ্জী"ৰ ১৬ পৃঃত লিখিছে যে চুটিয়া ৰাজ্যত পোৱা বস্তুবিলাক আহোম ৰজা আৰু ডাঙৰীয়াসকলে ব্যৱহাৰ কৰিবলৈ লৈছিল।

"পাচে এই ৰৰগোহাঁই ডাঙৰীয়াই (ক্লাছেংপ্রুমুহু) ঐ তলে কেকোৱা দোলাকে লুটিয়াই ওপৰে কেকোৱা মাৰি দি তলে কাপৰৰ পৰি ও নালৰ পৰা চুটিকে ঢেকৰ দাপণ লগাই নম্ৰা লৰাই কোকোৱাদোলা কৰিলে।" ইয়াৰ পৰা বুজা যায় যে আহোমসকলে চুটিয়াসকলৰ কিছুমান বস্তু ব্যৱহাৰ কৰিবলৈ লৈছিল। যুদ্ধত হিলৈ ব্যৱহাৰ কৰাৰ পৰা বুজা যায় যে চুটিয়াবিলাক যুদ্ধ বিদ্যাত পাকৈত আছিল। চুটিয়াসকলৰ আগতে আহোমসকলে পৰাস্ত কৰা অসমৰ অন্য জাতিয়ে হিলৈ ব্যৱহাৰ কৰা কথা পোৱা নাযায়। চুটিয়া-সকলে ব্যৱহাৰ কৰা ধনুক চুটিয়া ধনু বোলে। এইবিলাক কথাই প্ৰমাণ কৰে যে চুটিয়াবিলাক সুসভ্য, উন্নত, সমৃদ্ধিশালী আৰু শক্তিশালী আছিল।

——×——

সহায় লোৱা হয় :—

১। History of Upper Assam, Upper Burmah and North East frontier. Colonel L.W. shakespear.
২। Sibsagar District gazetteeer } Mr. B. C. Allen
৩। Cachar District gazetteer } C. S. [1905]
৪। Mr. Dundas.
৫। Mr. Fisher.
৬। Mr. Endle.
৭। Mr. Risley.
৮। Mr. Bryen.
৯। Mr. Hudgson.
১০। দেওধাই অসম বুৰঞ্জী। ৺সূৰ্য্যকমাৰ ভূঞা, এম, এ ; বি, এল দেৱৰ দ্বাৰা সম্পাদিত।
১১। কছাৰী বুৰঞ্জী। ৰায়বাহাদৰ ৺সূৰ্য্যকুমাৰ ভূঞা, এম, এ ; বি, এল দেৱৰ দ্বাৰা সম্পাদিত।
১২। A History of Assam. By sir E. A gait.
১৩। Lt. Dalton.
১৪। শ্ৰীমায়াসিং দেউৰী, পণ্ডিত, ৰৰদেউৰীগাওঁ, নাৰায়ণপুৰ।
১৫। শ্ৰীশ্ৰীসূৰ্য্যবল্লভ দেৱ গোস্বামী (নগোসাঁই), ৰৰপাত্ৰ দ'ল, গোলাঘাট।
১৬। Colonel F. S. Haunay.
১৭। Captain Rowlatt.

১৮। শ্ৰীদ্বাৰিকা নাথ দাস।
১৯। কালিকা পুৰাণ।
২০। যোগিনী তন্ত্ৰ। শ্ৰীকালী মোহন ভট্টাচাৰ্য্যৰ দ্বাৰা প্ৰকাশিত।
২১। ইন্দুমতী। শ্ৰীগোপীনাথ শইকীয়া, বি, এ। ডিব্ৰুগড়।
২২। আসাম বুৰঞ্জী। ৺হৰকান্ত বৰুৱা সদৰামিন।
২৩। পুৰণি অসম বুৰঞ্জী।
২৪। Ahom Buranji. Translated and edited by Raisahib Golap chandra Barua.
২৫। দেউৰী সম্প্ৰদায় (প্ৰবন্ধ)। ৺সোমেশ্বৰ দেউৰী, বি, এ। (৭মঃ বছৰৰ ২য় সং "আৱাহন"ত প্ৰকাশিত।)
২৬। শ্ৰীলক্ষেশ্বৰ গোহাঁই, পোলোঙা গাওঁ, চাবুৱা-পোলোঙা মৌজা, ডিব্ৰুগড।
২৭। মিৰি জাতিৰ বুৰঞ্জী। শ্ৰীসোণাৰাম পাঞ্জা কটকী।
২৮। চুতীয়া ৰজা সত্য নাৰায়ণৰ ৰাজ্য আৰু নগৰ (প্ৰবন্ধ)। ৺ভ্ৰমৰচন্দ্ৰ শইকীয়া। (৮ম বছৰৰ ১০ম সং "আৱাহন"ত প্ৰকাশিত।)
২৯। An Account of Assam. Dr. J. P. Wade. Edited by Sri Benudhar Sarma.
৩০। ডাঃ শ্ৰীপদ্মেশ্বৰ গগৈ, এম, এ, পি, এইচ, দি।
৩১। অসম বুৰঞ্জী। ৰায়বাহাদুৰ ৺পদ্মনাথ গোহাঁই বৰুৱা।
৩২। আসাম বুৰঞ্জী। ৺কাশীনাথ তামূলী ফুকন।
৩৩। ভ্ৰমণত হোৱা নিজ অভিজ্ঞতা।
৩৪। অসম বুৰঞ্জী (সুকুমাৰ মহন্তৰ ঘৰত পোৱা) ৰায় বাহাদুৰ ডঃ ৺সূৰ্য্য-কুমাৰ ভূঞা এম, এ; বি এল (কেল), পি এইচ, দি (লণ্ডন) দেৱৰ দ্বাৰা সম্পাদিত।
৩৫। সাতসৰী অসম বুৰঞ্জী। ডঃ ৺সূৰ্য্যকুমাৰ ভূঞা, এম, এ, বি, এল কেল), পি এইচ, দি (লণ্ডন), দি, লিট্ (লণ্ডন) দেৱৰ দ্বাৰা সম্পাদিত।

---

# ভূঞা ৰাজ্য

"ফটা হক, চিটা হক পাটৰ টঙালি।
কণা হক, কুজা হক, ভূঞাৰ পোৱালি॥"

এই ফকৰা অসমীয়াৰ মুখে মুখে অতীজৰ পৰা চলি আহিছে। অসমীয়াৰ মানত যিদৰে পাটৰ কাপোৰ সকলোতকৈ উত্তম আৰু আদৰণীয়; সেইদৰে কণাই হক বা কুজাই হক ভূঞাৰ পোৱালিও সকলোতকৈ উত্তম আৰু সন্মাননীয়। অসমত এসময়ত বিদ্যা, বুদ্ধি, ধন, ক্ষমতা আদিতকৈ বংশক উচচ আসন আৰু সন্মান দিছিল আৰু এতিয়াও ভিতৰুৱা ঠাইত এই প্ৰথা চলি আছে। সেই কাৰণেই ভূঞাৰ পোৱালি হলেই বিদ্যা, বুদ্ধি, ধন, ক্ষমতা আদি নাথাকিলেও—সমাজত আদৰ আৰু সন্মান পাইছিল। এই ফকৰাই আন নহলেও ভূঞাবিলাক যে এসময়ত প্ৰতিপত্তিশালী অভিজাত বংশৰ আছিল তাকে বুজায়।

ৰজা নোহোৱাকৈ নিজ ভুজবলে যিসকলে ৰাজ্য শাসন কৰিছিল তেওঁলোকক ভূঞা বোলা হৈছিল। অসমত প্ৰধানকৈ দুবিধ ভূঞা আছে বুলি কব পাৰি। এবিধ ভূঞাৰ উৎপত্তিৰ স্থান উত্তৰ লক্ষীমপুৰ আৰু আনবিধ ভূঞাৰ উৎপত্তিৰ স্থান কমতাপুৰ ৰাজ্য। লিখাৰ সুবিধাৰ অৰ্থে লক্ষীমপুৰৰ ভূঞাক উজনি খণ্ডৰ ভূঞা আৰু কমতাপুৰৰ ভূঞাক নামনি খণ্ডৰ ভূঞা বোলা হৈছে। এই দুই বিধ ভূঞাৰ আদি পুৰুষ পৃথক পৃথক। উজনি খণ্ডৰ ভূঞাৰ এখন ৰাজ্য আৰু নামনি খণ্ড ভূঞাৰ এখন পৃথক ৰাজ্য নাছিল। উজনি খণ্ডত এজন ভূঞাই আৰু নামনি খণ্ডত আন এজন ভূঞাই শাসন কৰা নাছিল। উজনি আৰু নামনি দুয়ো খণ্ডতে একে সময়তে ভালেমান ভূঞা আছিল। প্ৰত্যেক ভূঞাৰ একোখন সৰু সৰু ৰাজ্য আছিল। কোন ভূঞাই কোন খণ্ডত ৰাজত্ব কৰিছিল সঠিক একো জনা নাযায়। উজনি খণ্ডৰ ভূঞাবিলাকে চুটীয়াবিলাকৰ সমসাময়িকভাৱে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে চুটিয়া ৰাজ্যৰ পশ্চিমৰ পৰা কমতাপুৰ ৰাজ্যৰ পুব সীমালৈকে অৰ্থাৎ পুবে সোৱণশিৰী নৈৰ পৰা পশ্চিমে সম্ভৱ বৰনদীলৈকে আৰু দক্ষিণ পাৰে নগাওঁৰ কপিলী উপত্যকাৰ ৰামপুৰত কছাৰী আৰু

কমতাপুৰ ৰাজ্যৰ মাজত স্বাধীনভাবে ৰাজত্ব কৰিছিল। কোনোৰ মতে উত্তৰপাৰৰ উজনি খণ্ড ভূঞাসকলৰ ৰাজ্য পশ্চিমে বিশ্বনাথলৈকে হে বিস্তৃত আছিল। সেই ভঞা ৰাজ্য লক্ষীমপুৰ, বিহপুৰ, নাৰায়ণপুৰ, ধলপুৰ, গহপুৰ, কলংপুৰ, বিশ্বনাথ আদি নামেৰে সৰু সৰু ৰাজ্যত ভাগ হৈছিল। নামনি খণ্ডৰ ভূঞাবিলাক নগাৱঁৰ এক অঞ্চলত আৰু বৰনদীৰ পশ্চিমে কমতাপুৰ ৰজাৰ অধীন আছিল।

উজনি খণ্ডৰ ভঞা:—ৰজা আৰিমত্তক কিছুমানে নাগাক্ষ ৰজাৰ বংশৰ ৰজা প্ৰতাপৰ নাতি আৰু কিছুমানে ব্ৰহ্মপুত্ৰই হৰণ কৰা প্ৰতাপৰ ভাৰ্য্যাৰ পুত্ৰ বুলি কয়। নাগাক্ষা ৰজাই স্থাপন কৰা নাগশঙ্কৰ দেৱালয় তেজপুৰ মহকুমাৰ, বিহালি চাৰ্কোলৰ (বৰ্ত্তমান চটিয়া চাৰ্কোল) নাগশঙ্কৰ মৌজাত আজিও আছে। স্বৰ্গদেৱ ছুছেনফাই ১৪৮০ খৃ:ত এই মন্দিৰ পুনৰ নিৰ্ম্মাণ কৰাইছিল। আহোম ৰজাই কৰোৱা প্ৰথম হিন্দুৰ মন্দিৰ এইটোৱেই। বৰ্ত্তমান মন্দিৰ নাই; এটি পুখুৰী আছে। স্বৰ্গদেৱসকলে দান দিয়া ৮৩৩৵০ কঠা লাখেৰাজ মাটি এই দেৱালয়ৰ নামত আছে। ১৪৮০ খৃ:ত স্বৰ্গদেৱে নাগশঙ্কৰ মন্দিৰ নিৰ্ম্মাণ কৰাৰ কথাই বুজায় যে বিশ্বনাথৰপৰা উজনি খণ্ডৰ ভূঞাবিলাকৰ ৰাজ্য আহোম ৰাজ্যত ভুক্ত হোৱাৰ আগতে বিশ্বনাথৰ নামনি খণ্ডৰ কিছুমান ভঞাৰ ৰাজ্য আহোম সাম্ৰাজ্যত চামিল হৈছিল। ৰজা প্ৰতাপৰ ৰাজধানী ৰত্নপৰত (উত্তৰপাৰে বা মাজুলীত) আছিল বুলি কয়। বিশ্বনাথৰ পশ্চিমৰ পৰা উত্তৰ ফালে যোৱা এটা ডাঙৰ গড় আছে। এই গড় প্ৰতাপ গড় নামে জনাজাত আৰু গড়ৰ কাষতে প্ৰতাপগড় নামে চাহ বাগিচা অৱস্থিত। সম্ভৱ এই গড় প্ৰতাপ ৰজাই মৰোৱা। কোনোৱে কয় যে ৰজা ৰামচন্দ্ৰৰ ভাৰ্য্যাক ব্ৰহ্মপুত্ৰই হৰণ কৰিছিল আৰু তেওঁলোকৰ পুতেকেই ৰজা আৰিমত্ত। কোনোৱে কয় যে ৰত্নপুৰৰ ৰজা ময়ূৰধ্বজৰ পুতেক তাম্ৰধ্বজ আৰু তেওঁৰ পুতেক প্ৰতাপুৰীয়া আৰু তেওঁৰ ভাৰ্য্যা হাৰমতীৰ (সৌমাৰৰ ৰজা ইৰাৱত্তৰ বংশধৰ হৰবিন্দৰ জীয়েক) পুত্ৰ হৈছে আৰিমত্ত। উত্তৰ লক্ষীমপুৰ মহকুমাৰ ধলপুৰ মৌজাত হাৰমতী গড় নামে এটি মাটিৰ কোঠ আছে (চাৰি বগ ফাৰ্লংমান হব)। সেই ঠাইতে হাৰমতী কুঁৱৰী আছিল বুলি কয়।

এই ঠাইৰ পৰা প্ৰায় উনৈশ মাইল উত্তৰ পৰে দিক্ৰং নৈৰ কাষত লালুক মৌজাত হাৰমতী নামে এখন চাহ বাগিচা আছে। এই বাগিচাত্তো দিক্ৰং নৈৰ কাষত এখন নগৰ থকাৰ চিন আছে। কোনোৱে আকৌ লৌহিত্য-পুৰৰ ৰজা মৃগাঙ্কক আৰিমত্ত বোলে। এই ৰজাৰ মৰটো আৰিমাছুৰ দৰে হোৱাৰ কাৰণেই তেওঁৰ নাম আৰিমত্ত হয়।

৺সুকুমাৰ মহন্তৰ ঘৰত পোৱা "অসম বুৰঞ্জী"ত তলত লিখা কাহিনিটি পোৱা যায়:—স্বৰ্গদেৱ ছুহুম্মুঙ্ ওৰফে দিহিঙ্গীয়া ৰজাই (১৪৯৭-১৫৩৯ খৃ:) কমতেশ্বৰক ক্ৰাছেঞ্মুঙ্ ৰৰগোহাঁইৰ পুত্ৰ চনখাম ঘৰ সন্দিকৈৰ হতুৱাই স্থাপন কৰালে। তাৰ পাচত ঘৰ সন্দিকৈ গৌড় দেশলৈ আগবাঢ়ি গৈ গৌড়েশ্বৰক জনালে যে স্বৰ্গদেৱে প্ৰীতি বাঞ্ছা কৰি তেওঁক পঠাইছে। "এই কথা গৌড়েশ্বৰে শুনি মনে সংশয় হুই পাত্ৰ-মন্ত্ৰীসকলেৰে আলচি বোলে, 'ইন্দ্ৰ দেৱতায়ে পৃথিৱীত ভোগ কৰিছেহি, তেওঁৰে আমাৰে কি বাদ? আমি সেই ৰাজ্যতে মিলোঁ।' এই বুলি গোহাঁইৰ গালে মানুহ পঠালে, বোলে— 'স্বৰ্গ৺ সহিতে আমি মিলোঁ, মিলাব পাৰে নোৱাৰে?' গোহাঁয়ে বোলে— 'যদি ডাঙ্গৰ ভাৰসা কৰি কন্যা দি মিত্ৰৱতী কৰে, প্ৰীতি কৰাব পাৰোঁ।' পাচে গৌড়েশ্বৰেও গোহাঁইক অনেক দ্ৰব্য-বস্তু দি বোলে—'স্বৰ্গমহাৰাজা সামান্য নুই।' এহি বলি খান বিবি হাৰমতী, দাৰমতী এই দুই কন্যাক ৺ৰাজাক লাগি ৰৰগোহাঁই ঘৰসন্দিকৈৰ হাতত দিলে। আৰু ধোঁৱাঘাট, ফৰিয়াবাদ, এধাৰে সেন্দুৰ পুখুৰীয়া, তিনি ছাহ পৰঙ্গনা যৌতুক কৰি কন্যাৰ লগে দিলেক।" (২৪ পৃ:) এই হাৰমতী কুঁৱৰীৰ নামে ও হাৰমতী গড় আৰু হাৰমতী নগৰ হব পাৰে। ধলপুৰ মৌজাৰ হাৰমতী গড় আহোম যুগৰ যেন লাগে।

সাতসৰী অসম বৰঞ্জীয়ে গৌড়েশ্বৰক "পাৎসা" বুলিছে আৰু তেওঁ স্বৰ্গদেৱলৈ এজনী মাত্ৰ কন্যা স্বৰ্গদেৱৰ পুত্ৰ গড়গঞা ৰজাৰ (তেতিয়া তেওঁ ৰজা হোৱা নাছিল) হাতত গতাই দি, পুৰ্ব্বে কমতেশ্বৰক জিনি স্বৰ্গদেৱে পোৱা সেৰপুৰ, পতিলাজহ, এধাৰ সিন্দুৰ, কামপুৰ আৰু চেকেৰা এই পাঁচ অঞ্চল যৌতুক স্বৰূপে দিলে। (৬৯-৭০ খৃ:)। সম্ভৱ গৌড়েশ্বৰ মুছলমান আছিল আৰু সেই কাৰণে স্বৰ্গদেৱে তেওঁৰ জীয়েক হাৰমতীক পৃথক নগৰ কৰি উত্তৰপাৰে ৰাখিছিল।

আৰিমত্তৰ পিতাক দক্ষিণ কালে ৰজা হৈ থাকোঁতে আৰিমত্ত উত্তৰ কালে ৰজা আছিল আৰু তেওঁৰ নগৰ গুৱাহাটী মহকুমাৰ বেতনা মৌজাৰ বৈদ্যগড়ত আছিল। এই গড় ৰঙিয়াৰপৰা প্ৰায় ৩ মাইল উত্তৰে আৰু ৪ বৰ্গ মাইল। কোনোৱে কয় তেওঁৰ নগৰ তেজপুৰ মহকুমাৰ সাকোমঠা মৌজাত থকা মাজুলি গড়ত (মাজুলি গড় চাহ বাগিচাৰ কাষত) আছিল। মাকে আৰিমত্তক দক্ষিণ কালে যাবলৈ হাক দিছিল। তেওঁ মাকৰ হাক বচন নামানি দক্ষিণ কালে ৰাজ্য জয় কৰিছিল আৰু সেই কাম কৰোঁতে অজ্ঞাতে পিতাকক হত্যা কৰিলে। মাকৰপৰা পিতাকক হত্যা কৰাৰ কথা জানি পিতৃ হত্যা পাপৰ পৰা উদ্ধাৰ পাবলৈ তেওঁ জগন্নাথ আৰু গঙ্গাত ধন, সোণ, দান দিছিল, কিন্তু তেওঁৰ দান জগন্নাথ আৰু গঙ্গাই গ্ৰহণ নকৰিলে। মানুহে কয় যে পিতৃবধ কৰাৰ পাচত আৰিমত্তই তেওঁৰ বৰ গাটো যি নৈত ধুইছিল সেই নদীৰ নাম "বৰগাং" হয়। এই নৈ দফলা পৰ্ব্বতৰপৰা ওলাই আহি, তেজপুৰ নগৰৰ প্ৰায় ৩৮ মাইল পূবে ব্ৰহ্মপুত্ৰত পৰিছে। তাৰপৰা তেওঁ উজাই গৈ পিতৃ বধকৰা বল্লম আৰু শেল দুখন সৰু নৈত ধুইছিল। যি নৈত বল্লম ধুইছিল সেই নৈ "বলম" আৰু যি নৈত শেল ধুইছিল সেই নৈ "হেলেম" নামে জনাজাত। বৰগাং নৈৰ প্ৰায় ১৪ মাইল পূবে বলম নৈ আৰু এই নৈৰ ওচৰতে হেলেম নৈ। এই নৈৰ নামেৰেই হেলেম চাহ বাগিচা আৰু হেলেম মৌজা হয় (বৰ্ত্তমান হেলেম নামে এটি চাৰ্কোল হৈছে।)। আৰিমত্তই পিতাকৰ সকাম কৰিবলৈ বহুত পিঠাগুৰি খুন্দাইছিল। সেই পিঠাগুৰি কোনেও নাখাই পেলাই দিলে। কোনোৰ মতে হাৰমতী চাহ বাগিচাৰ কেইমাইলমান পশ্চিমে থকা পিঠাগুৰি গাওঁৰেই (বিহপুৰীয়া থানাৰ পৰা প্ৰায় চাৰি মাইল উত্তৰে।) পিঠাগুৰি পেলোৱা ঠাই আৰু কোনোৰ মতে তেজপুৰ নগৰৰ প্ৰায় ১৪ মাইল পূবে কৰ্চ্চনতলা গ্ৰাণ্টত থকা পিঠাগুৰি পৰ্ব্বত নামৰ সৰু টিলাটোৱেই পিঠাগুৰি পেলোৱা ঠাই। পিঠাগুৰি গাওঁৰ পৰা পিঠাগুৰি পৰ্ব্বত প্ৰায় ৭৫ মাইল দূৰ হব। পিতৃবধ পাপৰপৰা উদ্ধাৰ পাবলৈ আৰিমত্তই উত্তৰ পাৰে এহেজাৰ পুখুৰী খনাইছিল বুলি কয়। উত্তৰ পাৰে লক্ষীমপুৰৰ পৰা ভৰলী নৈ লৈকে সৰু বৰ অসংখ্য পুখুৰী পোৱা যায়। এইবিলাক পুখুৰী কোনে কেতিয়া খনাইছিল কোনেও সঠিককৈ কব নোৱাৰে।

ৰজা আৰিমত্তই তাঁতৈয়ে থকা সুন্দৰী গাভৰু এজনী দেখি ধৰিবলৈ খেদি গৈছিল। গাভৰু লৰি কিছুদূৰ যোৱাৰ পাচত পলাবলৈ উপায় নাপাই, মাটিৰ তললৈ সোমাই গল। মানুহে সেই গাভৰুক কল্যাণী গোসাঁনী বোলে। তেওঁ যি ঠাইত অন্তৰ্ধ্যান হৈছিল সেই ঠাইত আজিও কল্যাণী গোসাঁনীৰ দেৱালয় আছে। এই স্থান গমিৰি ঘাটৰ (যি ঠাইত ব্ৰহ্মপুত্ৰত আহি টেটোন আলি লাগিছে) প্ৰায় তিনি মাইল পুবে। স্বৰ্গদেৱসকলে দান দিয়া ৭২৶/১ লোচা নিষ্পি- খেৰাজ মাটি এই দেৱালয়ৰ নামত আছে। কল্যাণী গোসানীৰ নামে সেই অঞ্চলৰ নাম কল্যাণী পুৰ হল। কালক্ৰমত কল্যাণীপুৰ কলংপুৰ নামে জনাজাত হয়। কলংপুৰ বৰ্ত্তমান এটা মৌজা। কল্যাণী গোসাঁনীৰ দেৱালয়ৰ ওচৰৰ দিপৰা গাৱঁত দিপৰা পুখুৰী নামে দুটা ডাঙৰ পুখুৰী আছে। পুখুৰী দুটা কোনে খনাইছিল কোনেও নাজানে। কথিত আছে যে এক দুপৰত পুখুৰী দুটা খনাই শেষ কৰাৰ কাৰণে পুখুৰীৰ নাম হল "দিপৰা"।

প্ৰচলিত প্ৰবাদবিলাক সচাঁ বুলি ধৰিলে আৰিমত্তৰ ৰাজ্য উত্তৰ পাৰে উত্তৰ লক্ষীমপুৰৰপৰা গুৱাহাটীৰ বেতেনাৰ পশ্চিমলৈকে আৰু তেওঁৰ ৰাজ-ধানী ৰাজ্যৰ মাজ ঠাই মাজুলি গড়ত আছিল বুলিব পাৰি। কোনোৱে কয় যে কমতাপুৰৰ ৰজা ফেঙ্গুৱাই আৰু কোনেৱে কয় যে নগাওঁৰ চহৰী মৌজাত নগৰ পাতি ৰাজত্ব কৰা আৰিমত্তৰ পুতেক জোঙ্গালবলহুৱে আৰি-মত্তক হত্যা কৰিলে। জোঙ্গাল বলহুৰ গড় দক্ষিণ ট্ৰাঙ্কৰ'দৰ কাষত। বৰ্ত্তমান তাত চৰকাৰী ফাৰ্ম আছে। কোনোৱে আকৌ কয় যে জগন্নাথ আৰু গঙ্গাই প্ৰত্যাখ্যান কৰা দান আৰিমত্তই দিখৌ নদীত পেলাই দি সেই নদীতে আত্ম-হত্যা কৰিলে।

আৰিমত্তৰ পিচত তেওঁৰ পুতেক ৰত্নসিংহৰ উত্তৰ পাৰে ৰজা হৈছিল। ৰত্নসিংহই ফেঙ্গুৱাক বধ কৰিলে ; কিন্তু আৰিমত্তৰ মন্ত্ৰী সমুদ্ৰই ৰত্নসিং-হক ৰাজ্যৰপৰা খেদি নিজে ৰজা হল। সমুদ্ৰৰ পাচত তেওঁৰ পুতেক মনোহৰ ৰজা হল। মনোহৰৰ লক্ষ্মী নামে এজনী জীয়েক মাত্ৰ আছিল। সূৰ্য্যদেৱতাই লক্ষ্মীক বিয়া কৰাইছিল। লক্ষ্মীৰ শান্তনু আৰু সমন্ত নামে দুজন পুতেক হল। শান্তনুৰ পুতেকসকল বৈষ্ণৱ হল আৰু নগাওঁৰ

ৰামপুৰলৈ উঠি গ'ল। সমস্তৰ পুতেকসকল শাক্ত হৈ লক্ষীমপুৰত্তে বাস কৰিবলৈ ধৰিলে। তেওঁবিলাকে ৰাজ্য শাসন কৰিছিল আৰু ভূঞা নামে জনাজাত হল।

(গেইট চাহাবৰ অসম বুৰঞ্জী)

"আদি চৰিত" নামে পুথিৰ পৰা ভূঞাসকলৰ উৎপত্তিৰ বিষয়ে তলত লিখা হল :— ৰজা প্ৰতাপৰ পুতেক ময়মত আৰু তেওঁৰ পুতেক আৰিমত্ত আৰু নাগমত আৰু জীয়েক ভৈলাদৈ। ভৈলাদৈক লোহিতে বিয়া কৰাইছিল আৰু তেওঁলোকে কুশাৰণ্যত ৰাজত্ব কৰিছিল। আৰিমত্তৰ পিছত তেওঁৰ মন্ত্ৰী সুমন্ত্ৰই ৰাজ্য চলাইছিল। সুমন্ত্ৰৰ পিছত তেওঁৰ পুতেক মনোহৰে ৰাজ্য চলাইছিল। সুমন্ত্ৰ আৰু মনোহৰে ৰজা নোহোৱাকৈ ৰাজ্য চলোৱা বাবে ভূঞা নামে জনাজাত হল। মনোহৰৰ একমাত্ৰ জীয়েক লক্ষ্মীক সূৰ্য্যদেৱতাই বিয়া কৰাইছিল। তেওঁলোকৰ শান্তনু আৰু সুমন্ত নামে দুজন পুতেক হল। শান্তনুৰ লহকৰ , কাব্যসি, পদ্মা, ৰায়, সলাল, হোকা, চৈটন, টোৱা, উজিৰ, সাৰল, ৰমাই, আৰু ভমাই নামে বাৰজন আৰু সুমন্তৰ কৌনজবৰ, ৰঘু , মুকুন্দ, কদম্ব, সুৰথ, সুন্দৰ, সুৰ, সুৰশ, গৌৰবাজ মহাৰথ, লেপ আৰু কেশ নামে বাৰজন পুতেক হল। শান্তনুৰ পুতেকসকলক বৰ বাৰভূঞা আৰু সুমন্তৰ পুতেক সকলক সৰু বাৰভূঞা বোলে। বৰ বাৰভূঞা সকল শাক্ত হৈ লক্ষীমপুৰত থাকিল কিন্তু সৰু বাৰভূঞা সকল বৈষ্ণৱ হৈ নগাওঁৰ ৰামপুৰলৈ উঠি গল। তামৰ ফলিত সকলো দেৱতাৰ বীজ মন্ত্ৰ লিখা "ধাতু তাম্ৰাক্ষৰী কল্পতৰু শাস্ত্ৰ " নামে এখন শাস্ত্ৰ সূৰ্য্য-দেৱতাই লক্ষ্মীদেৱীক দিছিল। এই শাস্ত্ৰ প্ৰথমে বৰ বাৰভূঞা সকলৰ হাতত আছিল ; কিন্তু আহোম ৰজাই বৰ বাৰভঞাৰ ৰাজ্য হস্তগত কৰাত সৰু বাৰভূঞাই বৰ বাৰভূঞাসকলৰ তিৰোতাসকলক গোসাঁনী পুজি ৰাজ্য উদ্ধাৰ কৰাৰ লোভ দেখুৱাই শাস্ত্ৰখন লৈ গল। "আদি চৰিত"ৰ মতে ৺শ্ৰীমন্ত শঙ্কৰদেৱ সুমন্তৰ পুত্ৰ কনৌজবৰৰ ব্ৰাহ্মণ বংশধৰ। কনৌজৰ পৰা ঘূৰি অহাৰ কাৰণেই তেওঁৰ নাম কনৌজবৰ হয়। কল্পতৰু শাস্ত্ৰখন ৺শ্ৰীমন্ত শঙ্কৰদেৱৰ ঘৰৰ পৰা মায়ামৰীয়া ধৰ্ম্ম প্ৰবৰ্ত্তক অনিৰুদ্ধ-দেৱে নিয়া আৰু সেই কাৰণেই ৺শ্ৰীমন্ত শঙ্কৰ দেৱে তেওঁৰ লগত সকলো সম্বন্ধ চ্ছেদ কৰিলে বুলি "আদি চৰিতে" কয়।

"আদি চৰিতৰ" বাহিৰে ৺শ্ৰীমন্ত শঙ্কৰ দেৱ সুমন্তৰ পুত্ৰ কনৌজৰৰ বংশধৰ বুলি ক'তো পোৱা নাযায়। এই কথা আজিলৈকে কোনেও স্বীকাৰ কৰি লোৱা নাই। অনিৰুদ্ধ দেৱে কল্পতৰু শাস্ত্ৰ চুৰি কৰা আখ্যান মিছা বুলি ৺ৰজনী কান্ত বৰদলৈ দেৱে "বংশাৱলী পুথি"ত বিস্তৃত ভাবে লিখি ব্যাখ্যা কৰি দেখুৱাইছে। এই পুথি মতে ৺শ্ৰীমন্ত শঙ্কৰ দেৱে কল্পতৰু শাস্ত্ৰ" তেওঁৰ প্ৰিয় শিষ্য মাধৱদেৱক, মাধৱদেৱে তেওঁৰ প্ৰিয় শিষ্য ভবাণীপুৰীয়া গোপাল দেৱক আৰু তেওঁ তেওঁৰ প্ৰিয় শিষ্য অনিৰুদ্ধ দেৱক দিছিল। বৰ্ত্তমান এই শাস্ত্ৰ নাই।

ওপৰত উল্লেখ কৰা লক্ষ্মীদেৱীৰ নাম অনুসৰিয়েই লক্ষীমপুৰ নাম হয়। বৰ্ত্তমান লক্ষীমপুৰ এখন জিলা।

"আদি চৰিত" মতে শান্তনু আৰু সুমন্তৰ প্ৰত্যেকৰে বাৰজনকৈ পুতেক হোৱাৰ কাৰণেই "বাৰ ভুঞা" বোলা হয়। "বাৰ" শব্দটো অসমীয়াই "বহুত" বুজুৱা অৰ্থতো ব্যৱহাৰ কৰে। এতেকে বহুত ভুঞা হোৱাৰ কাৰণেও "বাৰভুঞা" বুলিব পাৰি।

আৰিমত্ত ৰজাৰ কাল সঠিককৈ জনা নেজায়। বুৰঞ্জীবিদ সকলে তেওঁৰ কাল ৭ম শতাব্দীৰ পৰা ১৩শ শতাব্দিৰ ভিতৰত আছিল বুলি স্থাৱৰ কৰিছে। এতেকে উত্তৰ পাৰৰ ভুঞাসকলে অন্ততঃ ১৩শ শতাব্দীৰ পৰা ১৬শ শতাব্দীৰ আৰম্ভনলৈকে ৰাজত্ব কৰিছিল। তেওঁলোকে ৰাজত্ব কৰা ৰাজ্যৰ সীমা ওপৰত দি অহা হৈছে।

আহোমসকলে উত্তৰ পাৰৰ ভুঞাৰাজ্য নিজ ৰাজ্যৰ লগত চামিল কৰাৰ আগৰ পৰা উত্তৰ লক্ষীমপুৰ মহকুমাত ষঠাৰতী গোসাঁনী, পঞ্চানন (কালী গোসাঁনী), মুৰাভগা, কেচাইখাতী, লোণপানী, নীল গোসাঁনী, সাহি (হাইহি গোসাঁনী) আদি আৰু তেজপুৰ মহকুমাত কল্যাণী গোসাঁনী, উমা, চণ্ডী, ভৈৰবী গোসাঁনী আদিৰ পূজা চলি আহিছে। শক্তি পূজাৰ মন্দিৰৰ বাহিৰেও তেজপুৰ মহকুমাত বিশ্বনাথ, বাণেশ্বৰ, যোগেশ্বৰ, মুক্তিনাথ, নন্দিকেশৰ, ৰুদ্ৰপদ শুক্লেশ্বৰ, পৰ্ব্বশঙ্কৰ, নাগশঙ্কৰ, হলেশ্বৰ, ভৈৰবপদ, মহাভৈৰৱ, হিন্দুলেশ্বৰ, টিঙ্গেশ্বৰ, শিঙৰিৰ গোপেশ্বৰ আদি শিৱমন্দিৰ ভুঞাসকলৰ ৰাজত্বৰ বোধহয় আগৰ পৰা অৱস্থিত। উত্তৰ লক্ষীমপুৰ

মহকুমাৰ গোহাঁই মৌজাৰ চামপৰা নৈৰ কাষত বাসুদেৱৰ মূৰ্ত্তি ৺শ্ৰীমন্ত শঙ্কৰদেৱৰ আদেশত মাধৱদেৱে মাটি খন্দাই উলিয়াইছিল বুলি কোনোৱে কয়। তাৰ পৰা বুজা যায় যে ভূঞাসকলৰ ৰাজত্বৰ কালৰ বা তাৰে আগৰ পৰা সেই মূৰ্ত্তি তাত আছিল। তেজপুৰ মহকুমাত সৌভাগ্য মাধৱ, বাসুদেৱ, বুঢ়া মাধৱ, সূৰ্য্য মাধৱ, দুলাল মাধৱ আদি বৈষ্ণৱ মন্দিৰ আহোম ৰাজত্বৰ আগৰ পৰা বিৰাজমান। উপৰুক্ত প্ৰায় সকলো শাক্ত, শৈৱ আৰু বৈষ্ণৱ মন্দিৰত স্বৰ্গদেৱসকলে দান দিয়া মাটি লাখেৰাজ বা নিষ্পিখেৰাজ হিচাবে আজিও চলি আছে। এই শাক্ত, শৈৱ আৰু বৈষ্ণৱ মন্দিৰবিলাক প্ৰথমে কোনে কেতিয়া স্থাপন কৰিছিল সঠিককৈ কব নোৱাৰি। ভূঞাসকলৰ ৰাজত্বৰ কালত উত্তৰপাৰে এই মন্দিৰবিলাক যে আছিল তাত কোনো সন্দেহ নাই। এইবিলাক মন্দিৰৰ উপৰিও তেজপুৰ মহকুমাৰ তেজপুৰ নগৰ আৰু বামুণী পাহাৰত কিছুমান শিলৰ মন্দিৰ, দ পৰ্ব্বতীয়া গাৱঁৰ শিল আৰু ইটাৰ শিৱ মন্দিৰ, শিঙৰি পৰ্ব্বতৰ উত্তৰ পশ্চিম কোণত শিলৰ মন্দিৰ আৰু বৰচলা মৌজাৰ নিজ বৰচলা গা., গৰখীয়া পথাৰ, শিয়ালমাৰি গাওঁ, শিলপোতা গাওঁ, ভগা মন্দিৰ গাওঁ আদিত কিছুমান শিল আৰু ইটাৰ মন্দিৰ আছিল। ভূঞাসকলৰ ৰাজত্ব কালৰ আগৰ পৰা আৰু কিছুমান হয়তো তেওঁলোকৰ ৰাজত্বৰ কালৰ পৰা আছিল। শাক্ত, শৈৱ আৰু বৈষ্ণৱ তিনিও বিধ মন্দিৰ থকাৰ পৰা বুজা যায় যে উত্তৰপাৰৰ উজনি খণ্ডৰ ভূঞাবিলাক যদিও শাক্ত আছিল তথাপি তেওঁবিলাকৰ ৰাজ্যত শৈৱ আৰু বৈষ্ণৱ ধৰ্ম্মৰো প্ৰতিপত্তি আছিল আৰু সন্মানিত হৈছিল। *

ভূঞাবিলাকে সৰু সৰু ৰাজ্যত ৰাজত্ব কৰা কাৰণে তেওঁবিলাক বৰ পৰাক্ৰমী নাছিল। এই কাৰণেই চুটিয়া ৰজা ৰত্নধ্বজপালে ভূঞাৰাজ্য অতিক্ৰম কৰি কমতাপুৰ আক্ৰমণ কৰাত কমতাপুৰৰ ৰজাই তেওঁলৈ জীয়েক বিয়া দি মিত্ৰতা কৰিছিল আৰু স্বৰ্গদেৱ চাওলুঙ্ চুখাংফা (১২৯৩-১৩৩২ খৃঃ) আৰু স্বৰ্গদেৱ চুদাংফাই (১৩৯৭-১৪০৭ খৃঃ) ভূঞাৰাজ্য পাৰ হৈ কমতাপুৰ ৰাজ্য আক্ৰমণ কৰি, ক্ৰমান্বয়ে কমাতাপুৰ ৰজাৰ ভণীয়েক ৰাজেনী আৰু কমতাপৰ ৰজাৰ জীয়েক নাঙ্‌ক্ৰাজেনীক বিয়া কৰা-

* ইয়াত উল্লেখ কৰা মন্দিৰবিলাকৰ বিৱৰণ "পৱিত্ৰ অসম"ত প্ৰকাশ হৈছে। লিঃ

বলৈ সমৰ্থ হৈছিল। স্বৰ্গদেৱ ছুহুংমুঙে কমতাপুৰ ৰাজ্য ধ্বংস কৰা হুচ্ছেন চাহক ১৪৯৮ খৃঃত অসমৰ পৰা খেদি দিছিল। সেই সময়ত ভূঞাসকলে হুচ্ছেন চাহক আক্ৰমণত বাধা দিয়া বা বাধা দিবলৈ কৰা আয়োজনৰ কথা কতো পোৱা নাযায়। স্বৰ্গদেৱ ছুহুংমুঙ্ ওৰফে দিহিঙ্গীয়া ৰজাই ১৫০৫ খৃঃত উত্তৰ পাৰৰ ভূঞাবিলাকক যুদ্ধত পৰাস্ত কৰি তেওঁলোকৰ ৰাজ্য আহোম সাম্ৰাজ্যৰ লগত চামিল কৰিলে আৰু তেওঁবিলাকৰ বচোৱাল, টঙ্গালি আৰু হাঁচাটি ব্যৱহাৰ কৰিবলৈ আৰু কিছুমান ভূঞাৰ নবাক স্বৰ্গদেৱে তাম্ৰুলী আৰু পাচঁনিকৈ লগত ললে। "ভূঞাইতক জিনি বচোৱাল টঙ্গালী অম-নড়া মমঢাট কৌপতীয়া জাপি ললে।" (সাতসৰী অসম বুৰঞ্জী। ১৩৫পৃ) "পূৰ্ব্বে ৰাজ নাছিল, চাৰিব নাজানে, ভূঞাৰ পৰাহে হল।" (সাতসৰী অসম বুৰঞ্জী। ১৭পৃঃ)

৺সুকুমাৰ মহন্তৰ ঘৰত পোৱা "অসম বুৰঞ্জীত" তলত লিখা বিৱ-ৰণটি পোৱা যায়:—উতৈ আৰু তমাই দুই ভূঞাই হাতীত চণ ঘহি বগা কৰি, তাৰ ওপৰত উঠি কলে "সৰ্ব্বকালে আমাৰ ৰাজ্য, চুটিয়াক মাৰি ঘৰ লাই পালে। শুক্ল হস্তীত যি বহে তাৰহে ৰাজ্য, আহোমে ক'ত পানে?" সেই গৰ্ব্ব বচন শুনি , স্বৰ্গদেৱে ভূঞাক বশ কৰিবলৈ সৈন্য পঠালে। তেওঁবিলাক কচ্যুমুখৰ দীৰ্ঘ পুখুৰীৰ কাষত ৰলগৈ। ভূঞাবিলাকে ভয় খাই বশ্যতা স্বীকাৰ কৰিলে। লালোৱা, উতাৰৰ, কহিক, চোমদাৰ উজীৰ তমাই, চপা সোণাৰৰ, ভেদাই আদি ভূঞাসকলৰ ভাই-ভতিজাৰ সৈতে স্বৰ্গদেৱৰ আগত ভেটোৱা হল। "৺বোলে,—'শুকুলা হাতীত যে তমাই উঠিছে, সেই হাতী মোলৈ কিয় নানিলিহঁক?" পাচে ভূঞাৰ পুত্ৰ চপা সোণাৰৰে বোলে,—'হাতীৰ পোৰোগ হৈছিল, সেই কথাতহে হাতীৰ সকলো গাৱে চুণ ঘহিছিল। শুক্লা হস্তী ৺নাপায়, আমি বন্দীহঁতে ক'ত পাম?' ৺বোলে,—'বন্দীহঁতে টেপাই কৰিব পাইনেকি?' এই বুলি উতৈ তমাই ২ ভঞাক জুমুধি দেওধৰৰ কোখত কাটিলে। তাৰ দুই পুতেকক খাটনিয়াৰৰ লগতে বাখিলে। তাৰে পৰা ভূঞাবোৰ বশহে থাকিল। ২৭॥" (১২-১৩ পৃঃ)

নাৰনি খণ্ডৰ ভঞা :— মহাপুৰুষ ৺শ্ৰীমন্ত শঙ্কৰদেৱৰ বিজয়ৰ চৰিত্ৰ

পুথিবিলাকত পোৱা কথা তলত লিখা হল। কমতাপুৰৰ ৰজা (কমতাপুৰ ৰাজ্য বৰ নদীৰ পৰা কৰতোৱা নৈলৈকে বিস্তৃত আছিল।) দুৰ্লভ নাৰা-য়ণ আৰু গৌড়ৰ ৰজা ধৰ্ম্মনাৰায়ণৰ মাজত যুদ্ধ হল। কোনো পক্ষ যুদ্ধত জয়ী নোহোৱাত সন্ধি কৰিলে। সেই সন্ধিমতে গৌড়ৰ ৰজাই মহাপুৰুষ ৺শ্ৰীমন্ত শঙ্কৰদেৱৰ, ৰাম ৰাম গুৰু, আৰু দামোদৰ দেৱৰ পূৰ্ব্ব পুৰুষকে আদি কৰি সাতঘৰ ব্ৰাহ্মণ আৰু সাতঘৰ কায়স্থ কমতাপুৰলৈ পঠাইছিল। কমতাপুৰৰ ৰজাই তেওঁলোকক ৰাৰ বিলাকত ৰখীয়া হিচাপে স্থাপন কৰিলে। তেওঁবিলাক ভূঞা নামে খ্যাত হল।

ৰামচৰণ ঠাকুৰৰ মতে মহাপুৰুষ ৺শ্ৰীমন্ত শঙ্কৰদেৱৰ পুৰুষনামা :—

গন্ধৰ্ব্ব ৰায়—১মা ভাৰ্য্যা অৰুণি, ২য়া ভাৰ্য্যা অনুসূয়া, ৩য়া ভাৰ্য্যা ইন্দুনি

|

কন্যা কৃষ্ণকান্তি।

(কৃষ্ণকান্তি অবিবাহিতা আছিল। হৰৰ বৰত শ্ৰীকৃষ্ণৰ বীৰ্য্যত তেওঁৰ পুত্ৰ লণ্ডাদেৱৰ জন্ম হয়।)




লণ্ডাদেৱে গৌড়েশ্বৰৰ আদেশত বঙ্গৰ লগত যুদ্ধ কৰোতে সেই যুদ্ধ মানুহৰ তেজেৰে চণ্ডীক পূজা কৰি পুত্ৰ লাভ কৰাত, তেওঁৰ পুত্ৰৰ না

চণ্ডীবৰ হল। দেবীক পূজা কৰাৰ কাৰণে চণ্ডীবৰৰ আন নাম দেবীদাস আছিল। তেওঁ কনৌজত বাস কৰিছিল। গৌড়েশ্বৰৰ আদেশত তেওঁ কমতাপুৰলৈ আহিল। কমতেশ্বৰে প্ৰথমে তেওঁক লেঙ্গামাগুৰিত স্থাপনা কৰিলে।

"পূৰ্ব্বে বাহ্ৰ ভূঞা চণ্ডীবৰ আদি কৰি।
অনুক্ৰমে ভুঞ্জে কামৰূপ বসুন্ধৰী ॥
সবাৰ মধ্যতে ক্ষেত্ৰি ভূঞা চণ্ডীবৰ।
শ্ৰমে মহেশ্বৰ যেন পাইক ধনুৰ্দ্ধৰ ॥২৫২৬
ধৰ্ম্মপাল ৰজা আছিলেক কামেশ্বৰ।
তাহন্তে খাটয় যত ভঞা নিৰন্তৰ ॥" (শঙ্কৰ চৰিত ৺ৰামচৰণ ঠাকুৰ।)

তাত ভোটে দৌৰাত্ম্য কৰাত তেওঁ শিঙৰিয়েদি ব্ৰহ্মপুত্ৰ পাৰ হৈ কালশিলা পাই, টেম্বুৰনীয়ে উজাই গৈ নগাৱঁৰ বৰদোৱাত বসতি কৰিবলৈ ললে। বৰদোৱাত পানীয়ে শস্য নষ্ট কৰাত চণ্ডীবৰৰ পুত্ৰ ৰাজধৰ আলিপুখুৰীলৈ উঠি গল। তেওঁ সূৰ্য্যক আৰাধনা কৰি পুত্ৰ লাভ কৰাৰ কাৰণে প্ৰথম পুতেকৰ নাম সূৰ্য্যবৰ দিলে। সূৰ্য্যবৰৰ পুত্ৰ কুসুমবৰক সকলো ভূঞাতকৈ চতুৰ দেখি কমতেশ্বৰে তেওঁক শিৰোমণি ভঞা পাতিছিল। কুসুম বৰে শিঙৰিৰ *শিৱমন্দিৰত শঙ্কৰক আৰাধনা কৰি পুত্ৰ লাভ কৰাৰ কাৰণে পুতেকৰ নাম শঙ্কৰ হল। এই শঙ্কৰেই অসমত ভাগৱতী ধৰ্ম্ম প্ৰবৰ্ত্তন কৰোঁতা মহাপুৰুষ ৺শ্ৰীমন্ত শঙ্কৰদেৱ।

* শিঙৰি : শিঙৰী পৰ্ব্বত ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰতে লগা। ই তেজপুৰৰ পৰা প্ৰায় ৩০ মাইল পশ্চিমে আৰু চেকীয়াজুলি টাউনৰ পৰা প্ৰায় সাত মাইল দক্ষিণে। বৰ্ত্তমান ইয়াত ৰেল ষ্টেচন আৰু জাহাজ ঘাট আছে আৰু পৰ্ব্বতৰ উত্তৰকালে চাহ বাগিচা আছে। ঠাইখন হাবিতলীয়া। মানুহৰ বসতি পাতল। অতীতত ইয়াতে ঋষ্যশৃঙ্গ মুনিৰ আশ্ৰম আছিল বুলিও কয়। এই সৰু পৰ্ব্বতটোৰ দক্ষিণ-পশ্চিম অঞ্চলত ব্ৰহ্মপুত্ৰৰ পাৰতে গোপেশ্বৰ শিৱমন্দিৰ অৱস্থিত। তাত শিৱলিঙ্গ নাই। মন্দিৰৰ গহ্বৰত সদায় পানী থাকে। বাৰিষা সেই পানী বাৰকুট বান দ হয়। পূজাৰীয়ে পানীতে পূজা কৰে। শিৱলিঙ্গ নথকাৰ কাৰণে মন্দিৰৰ নাম গোপেশ্বৰ হয়। ভোটবিলাকৰ মতে ই বৌদ্ধ মন্দিৰ। তেওঁলোকে তাত পূজা দি, শিঙৰি পৰ্ব্বতৰ ওপৰত ধূপ ধুনায়। এই মন্দিৰত আহোম ৰজাই দিয়া ৬৯৷৴৮ নিস্পিখেৰাজ মাটি আছে। মন্দিৰটো পুৰণি সামগ্ৰীৰ সৈতে নতুনকৈ

ৰায়বাহাদুৰ ৺পদ্মনাথ গোহাঁই বৰুৱাই " অসম বুৰঞ্জী"ত লিখিছে:-
"চাহাবুদ্দিনে কনৌজ আক্রমণ কৰাত, লণ্ডাদের প্রমুখ্যে ১২ ঘৰমৰ কায়স্থ আৰু সাতঘৰ বামুণ তাৰ পৰা কমতাপুৰৰ ওচৰৰ গৌড় ৰাজ্যলৈ উঠি আহে। তাৰ পাচত, গৌড়েশ্বৰ ধৰ্ম্মনাৰায়ণ আৰু কমতেশ্বৰ দুৰ্লভ নাৰায়ণৰ মাজত বিশেষ বন্ধুতা থকাৰ সুচলতে চণ্ডীবৰ প্ৰমুখ্যে বাৰঘৰ কায়স্থ ভূঞা আৰু ২ দুঘৰ বামুণ কনৌজীয়া মানুহ ১২২০ শকত (১২৯৮ খৃঃ) কমতেশ্বৰ দুৰ্লভ নাৰায়ণৰ ৰাজ্যলৈ উঠি আহি থিতাপিত হয়। চণ্ডীবৰ আৰু দুই চাৰি জনত বাজে উক্ত ১৪ ঘৰ কনৌজীয়া মানুহৰ আটাইবিলাক ভূঞা নামেৰেই জনাজাত হল। সিবিলাকৰ ভিতৰত চণ্ডীবৰ সবাতকৈ চতুৰ আছিল কাৰণে, তেওঁক কমতেশ্বৰ দুৰ্লভ নাৰায়ণে 'শিৰোমণি ভূঞা' খিতাপ দি , কমতাপুৰৰ পূৰ্ব্বাঞ্চলৰ শাসনকৰ্তা পাতিলে।"

ওপৰত কোৱা হৈছে যে সৰু বাৰভূঞাবিলাক লক্ষীনপুৰৰ পৰা নগাওঁলৈ উঠি গৈছিল। মহাপুৰুষ ৺শ্ৰীমন্ত শঙ্কৰদেৱৰ উপৰি পুৰুষ সকলো নগাওঁলৈ উঠি আহি আলিপুখুৰীত বসতি কৰিছিল। লক্ষীম-পুৰৰ বৰ বাৰভূঞা আৰু সৰু বাৰভূঞা সকল কায়স্থ আছিল। গৌড়ৰ পৰা মহাপুৰুষ ৺শ্ৰীমন্ত শঙ্কৰ দেৱৰ পূৰ্ব্বপুৰুষকে আদি কৰি কমতাপুৰলৈ উঠি অহা ১৪ ঘৰ মানুহৰ ভিতৰত সাত ঘৰ কায়স্থ আছিল। চৰিত্ৰ পুথিয়ে মহাপুৰুষ ৺শ্ৰীমন্ত শঙ্কৰ দেৱৰ পূৰ্ব্বপুৰুষক ক্ষেত্ৰিয় বুলি কৈছে। নগাওঁত এই সকলৰ বাহিৰেও কমতেশ্বৰে পতা আৰু কিছুমান ভূঞা আছিল। এই সকলোবিলাক ভূঞা পাচত কায়স্থ বুলি জনাজাত হৈছিল

---

কৰা যেন অনুমান হয়। ইয়াৰ চাদৰ ওপৰত থকা শিলৰ পদ্ম তেজপুৰৰ কোল পাৰ্কত পৰি থকা শিলৰ পদ্মৰ সৈতে একে। তাৰপৰা অনুমান হয় যে প্ৰথমে এই মন্দিৰ ৮ ম কি ৯ম শতিকাত নিৰ্ম্মিত হৈছিল।

কথিত আছে যে কুসুমবৰৰ কপিলী গাই ৰাতি ৰাতি সাতুৰি ব্ৰহ্মপুত্ৰ পাৰ হৈ উত্তৰ পাৰৰ শিঙৰি পৰ্ব্বতৰ তলিৰ বিৰিণাৰ জোপাএটাত নিজ ওহাৰৰ পৰা গাখীৰ যোগাইছিল। সেই কথা কুসুমবৰে জানিব পাৰি বিৰিণাৰ জোপা খণ্ডাই শিৱলিঙ্গ বাহিৰ কৰি তাতে স্থাপনা কৰিলে। সেই শিৱ বা শঙ্কৰকে আৰাধনা কৰি কুসুমবৰে পুত্ৰ লাভ কৰিছিল। মন্দিৰত শিৱলিঙ্গ নোহোৱাৰ বাবে কুসুমবৰে এই শিৱক পূজা কৰিছিল বুলি কোৱা টান। লিঃ।

আৰু তেওঁবিলাক সান মিহলি হৈ পৰিছিল। গৌড়ৰপৰা অহা যি কেইজন ব্ৰাহ্মণক কমতেশ্বৰে ভঞা পাতিছিল সেই কেইঘৰ ব্ৰাহ্মণৰ সতি-সন্ততি কি হল জনা নাযায়। কোনোৱে মতে তেওঁবিলাকে "ভিঞা" লিখিছিল; কিন্তু বৰ্ত্তমান "ভিঞা" লিখা ব্ৰাহ্মণ পাবলৈ নাই। * নগাওঁত শাসন কৰা ভূঞাসকলৰ ৰাজ্যৰ পূবে কছাৰী ৰাজ্য আৰু তাৰ পূবে আহোম সাম্ৰাজ্য আছিল।

১৪৯৮ খৃঃত গৌড়ৰ ৰজা হুছেন চাহে কমতেশ্বৰ নীলাম্বৰক যুদ্ধত ঘটুৱাই কমতাপুৰ ৰাজ্য ধ্বংস কৰিলে। কিন্তু তেওঁক আহোম সকলে অসমৰপৰা খেদি দিলে। ( Sir E. A. Gait )। আহোম সকলে হুছেন চাহক যদিও অসমৰপৰা খেদি দিলে তত্ৰাচ কমতাপুৰ দখল নকৰিলে। সেই কাৰণে কমতাপুৰ ৰাজ্য অৰাজকতাত পৰিণত হল। কমতাপুৰ ৰজাৰ তাত থকা ভূঞাসকল স্বাধীন হল আৰু লগে লগে অসংখ্য সৰু সৰু ৰজা বা ভূঞাৰ উৎপত্তি হল।

"কামাখ্যা দেবীয়ে যেবে তাঙ্ক (কমতেশ্বৰ) শাপ দিলা।
আপুনাৰ ৰাজ্য এৰি বিদেশক গৈলা ॥ ২৫২৭ ॥
দেখিলেক লোকে যেবে ভৈলেক অৰাজ।
গাৱেঁ গাৱেঁ ভৈলন্তেন্তে সবে ভূঞাৰাজ ॥"

(ৰামচৰণ ঠাকুৰ কৃত শঙ্কৰ চৰিত।)

নামনি অসমৰ ভূঞাসকলক পৰাস্ত কৰি বিশ্বসিংহই বৰনদীৰ পৰা কৰতোৱালৈকে কোচৰাজ্য প্ৰতিষ্ঠা কৰি ১৫১৫খৃঃত ৰজা হল। ধ্বংস হোৱা কমতাপুৰৰ ৰাজ্যত কোচ ৰাজ্য গঢ়ি উঠিল। Sir E. A. Gait চাহাবৰ মতে বিশ্বসিংহই উগুৰি (Uguri)লুকি আৰু সৰু ভূঞাবিলাক আৰু ফুলগুৰি আৰু বিজনি আদিৰ নায়কসকলক পৰাস্ত কৰিছিল। Dr. J. P. Wade চাহাবৰ মতে

* সুকুমাৰ মহন্তৰ ঘৰত পোৱা অসম বুৰঞ্জীত লিখিছে—"চিলাৰায়ৰ অসম অভিযান।—ভেবেহে ১৪৮৪ শকত [ ১৫৬২ খৃঃ] সেনাপতি চিলাৰাইক আগ কৰি ৰাজা নৰিল। পাচে যি অৱশ ভূঞা আছিল সকলো মিলিল, ভোঁট ডফলাও মিলিল। পাচে সবাকে সীমা কৰি গাওঁ-ভূই দিলে। তাৰো সোণা বোঁৱাশাল বান্ধিলে। এহিমতে ৰাই নাৰাণপুৰ পালে। তাতে ষামুণ ভুৱায়ে হাতী এটা দি ৰজাত মিলিল।" [ ৩৮—৩৯ পৃঃ ]

বিশ্বসিংহই সৰু ভূঞা, নাৰায়ণ ভূঞা, আৰু অন্যান্য ভূঞাসকলক পৰাস্ত কৰিছিল। ৺ৰামচৰণ ঠাকুৰ প্ৰণীত "শঙ্কৰ চৰিত"ত পোৱা যায় যে বিশ্বসিংহই ৰাউসীয়াৰায় বা গন্ধৰ্ব্বৰায়, চিৰামখা আৰু অন্যান্য ভূঞাসকলক বশ কৰিছিল। কিন্তু প্ৰতাপখা আৰু তেওঁৰ ভতিজাক গাভৰুখা পলাই গৌড় পালেগৈ। গৌড়েশ্বৰৰ অনুপস্থিতিৰ সুযোগ লৈ তেওঁলোকে গৌড় লুট কৰি কোচ ৰজা নৰনাৰায়ণৰ (১৫৪০-৮৪ খৃ:) লগ ললে। প্ৰতাপ খাই জীয়েকক নৰনাৰায়ণলৈ বিয়া দিলে। গাভৰু খা আৰু চিৰাম খাৰ পুতেকে আহোম ৰাজ্য দখল কৰোঁতে কোচ ৰজা নৰনাৰায়ণক সহায় কৰিছিল। ভূঞাসকলে "খা" উপাধি গ্ৰহণ কৰাৰ পৰা অনুমান হয় যে মুছলমান সভ্যতাৰ প্ৰভাব তেওঁলোকৰ ওপৰত পৰিছিল।

মহাপুৰুষ ৺শ্ৰীমন্ত শঙ্কৰদেৱৰ কাল ১৪৪৯ খৃ:ৰ পৰা ১৫৬৯ খৃ:লৈ বুলি বহুতে ধৰি লৈছে। "শঙ্কৰ চৰিত" মতে মহাপুৰুষ ৺শ্ৰীমন্ত শঙ্কৰদেৱৰ কথা তলত লিখা হল :—৺শ্ৰীমন্ত শঙ্কৰদেৱৰ ১৩ মাহ বয়স হওঁতে অৰ্থাৎ ১৪৫০ খৃ:ত কছাৰীবিলাকে ভূঞাবিলাকৰ ৰাজ্য তিনদিন লুটপাত কৰিছিল ; কিন্তু ভূঞাবিলাকে কছাৰীবিলাকক তেওঁলোকৰ ৰাজ্যৰপৰা খেদি দিলে। ৺শ্ৰীমন্ত শঙ্কৰদেৱ ১৭ বছৰ বয়সত অৰ্থাৎ ১৪৬৬ খৃ:ত নিজ গাৱঁৰ ভূঞা হল। সেই সময়ত বুঢ়াখা, জয়ন্ত, মাধৱ, কৰ্ণপুৰ, চতুৰ্ভুজ আদি ভূঞা নগাৱঁত আছিল। তেতিয়া শাক্ত ধৰ্ম্মৰ প্ৰধান্যতা আছিল। ৺শ্ৰীমন্ত শঙ্কৰদেৱে বৈষ্ণৱ ধৰ্ম্ম প্ৰচলন কৰাত ব্ৰাহ্মণসকলে তেওঁৰ বিপক্ষে ভূঞা বুঢ়াখাৰ আগত গোচৰ দিয়াত বুঢ়াখাৰ ৰাজসভাত তেওঁৰ বিচাৰ হৈছিল। সেই বিচাৰত ব্ৰাহ্মণসকল তৰ্কত পৰাস্ত হল। ব্ৰাহ্মণসকলৰ দ্বাৰাই ৺শ্ৰীমন্ত শঙ্কৰদেৱে হৰিভক্তিৰ প্ৰাধান্য স্বীকাৰ কৰাইছিল। ৺শ্ৰীমন্ত শঙ্কৰদেৱ প্ৰথমবাৰ বাৰ বছৰ তীৰ্থ ভ্ৰমণ কৰি আহি, পুনৰ নিজ স্থানৰ ভূঞা হল। তেওঁ তীৰ্থক্ষেত্ৰত থাকোঁতে ৪০ বছৰ বয়স হৈছিল। এতেকে তেওঁ ১৪৮৯ খৃ: ৰ কেইবছৰ মানৰ পাচত দ্বিতীয় বাৰ ভূঞা হৈছিল। তেওঁ বিষয় বাব লবলৈ ভাল নাপাই ভূঞাপদ জোৱাঁয়েক হৰিক গতাই দিলে। কছাৰিবিলাকে ভূঞাবিলাকৰ ৰাজ্য পুনৰ আক্ৰমণ কৰাত ৺শ্ৰীমন্ত শঙ্কৰ-

দেৱ অন্যান্য ভূঞাসকলৰ সৈতে গৈ আহোম সম্ৰাজ্যৰ ৰবগাং (তেজপুৰৰ পৰা প্ৰায় ৩৬ মাইল পূবে) আৰু ব্ৰহ্মপুত্ৰৰ সঙ্গম স্থল ৰবগাঙৰ পুব পাৰে গাঙ্গঁ মুখত গাংমৌ নামে সত্ৰ পাতি থাকিল। বৰ্ত্তমান সেইস্থান দুইনৈয়ে খহাই নিলে। কোচবিলাকে যুৱৰাজ চিলাৰায়ৰ তলে (১৫৪৬খৃঃত) সেই ঠাই আক্ৰমণ কৰি আগুৱাই গৈ নাৰায়ণ পুৰত (উত্তৰ লক্ষীমপুৰ নগৰৰপৰা ২৮ মাইল পশ্চিমে) কোঠ মৰাত ৺শ্ৰীমন্ত শঙ্কৰ দেৱ উত্তৰলৈ গল। এতেকে ৺শ্ৰীমন্ত শঙ্কৰদেৱ অন্যান্য ভঞাসকলৰ সৈতে নগাওঁ এৰি আহোম সাম্ৰাজ্যলৈ ১৪৮৯ পৰা ১৫৪৬ খৃঃৰ ভিতৰত আহিছিল। (তেওঁ উজাইগৈ নবোৱাত উত্তৰ লক্ষীমপুৰ নগৰৰ বাৰ মাইল পূবে মাটিৰ তলত "বাসুদেৱ" মূৰ্ত্তি পাই তাতে স্থাপন কৰিলে বুলি কোনোৱে কয়। সেই মূৰ্ত্তি তাতে আজিও আছে। কোনোৰ মতে এই মূৰ্ত্তি সদিয়া বা কুণ্ডিলৰপৰা আনি আহোম ৰজাই মাটি বৃত্তি দি স্থাপন কৰিছিল।) তাৰ পাচত তেওঁ বাৰ ভুঞাৰ সৈতে লগ লাগি আহোম ৰজাক মন্ত্ৰণা দি কোচ সকলক আহোম সম্ৰাজ্যৰপৰা খেদি পঠোৱাত সহায় কৰিছিল। (১৫৪৭খৃঃত আহোমসকলে পিচলা নৈৰ-উত্তৰ লক্ষীম-পুৰ নগৰৰ পৰা প্ৰায় ৩৩ মাইল পশ্চিমে-যুদ্ধত সমূলে ধ্বংস কৰিছিল) তেতিয়া ৺শ্ৰীমন্তশঙ্কৰ দেৱে ধুঞা হাতত থাকিবলৈ ললে। (ধুঞাহাত আহত-গুৰিৰ পশ্চিমে ব্ৰহ্মপুত্ৰৰ দক্ষিণে আছিল। বৰ্ত্তমান সেই অঞ্চল ব্ৰহ্মপুত্ৰৰ গৰ্ভত।) তেওঁ তাত থাকোঁতেই তেওঁৰ জোৱায়েক হৰিক হাতী ধৰি ৰাখিব নোৱাৰা অপৰাধত কোনো এক সন্দিকৈ ৰবাই কটালে। (এজন ৰবাই মানুহ কাটি মৃত্যুদণ্ড দিয়া কথা বুৰঞ্জীয়ে সমৰ্থন নকৰে। ৰজা, তিনিজন মন্ত্ৰী আৰু বৰ ফুকনৰ বাহিৰে আহোম সম্ৰাজ্যত কোনোৱে মৃত্যু দণ্ড দিব নোৱাৰিছিল। ৰজাৰ বাহিৰে আনে ৰক্ত পাত কৰি মৃত্যু দণ্ড দিয়া আইন নাছিল।) যাহওক সেই ঘটনাৰ পাচতো ৺ শ্ৰীমন্ত শঙ্কৰ দেৱ সেই ঠাইতে ১৪ বছৰ আছিল। তাত থাকোতেই ৺ শ্ৰীমন্ত শঙ্কৰ দেৱে ব্ৰাহ্মণ সকলক আহোম ৰাজসভাত তৰ্কত ঘটুৱাত আহোম ৰজাই প্ৰশংসা কৰিছল। (১৫৬৩ খৃঃ ত) চিলাৰায়ে পুনৰ অসম জয় কৰাত তেওঁ ধুঞাহাত এৰি কোচ ৰাজ্য ৰবপেটালৈ গল আৰু জীৱনৰ বাকিছোৱা কাল ৰবপেটা আৰু কোচবেহাৰত কটালে। চিলাৰায়ে দ্বিতীয়বাৰ অসম আক্ৰমণ কৰিবলৈ স্থিৰ কৰি ৺শ্ৰীমন্ত-

শঙ্কৰদেৱক সুধিলে—"চিলাৰায়ে বোলে, 'গোঁমোথা শঙ্কৰ আৰ কি উপায় আছে ?" শঙ্কৰদেৱে বোলে,—'আৰ উপায় আছে। সেই দেশৰ পাত্ৰ-মন্ত্ৰীৰ মনক বুজি অনেক ৰূপ-সুৱৰ্ণ, বস্ত্ৰ অলঙ্কাৰ দি ৰবাৰ লাগে। যদি এনে কৰিবা তেবে অনাযাসে পাৰিবা।" (সাতসৰী অসম বুৰঞ্জী। ৭২পৃ:)। সেই কথামতে চিলাৰায় বুকু কাম্বিক বেপাৰ কবাৰ ভাও ধৰি পাত্ৰ-মন্ত্ৰীসকলক ৰবাবলৈ তিনি লাখ ৰূপ, দহ হাজাৰ সোণ দি অসমলৈ পঠাইছিল। চিলাৰাযক দিয়া উপদেশৰ পৰা ৺শ্ৰীমন্ত শঙ্কৰ দেৱৰ কূট বুদ্ধিত কিমান পাৰ্গত আছিল বুজা যায।

ব্ৰাহ্মণসকলে কোচৰজা (শাক্ত) নৰনাৰাযণৰ (১৫৪০–৮৪ খৃ:) আগত ৺শ্ৰীমন্ত শঙ্কৰ দেৱৰ (বৰ পেটাত থাকোতে) বিপক্ষে লগোৱাত কোচ ৰাজ সভাত তেওঁৰ বিচাৰ হৈছিল। সেই সভাত তেওঁ ব্ৰাহ্মণ সকলক তৰ্কত পৰাস্ত কৰিছিল। কোচ ৰজা তেওঁৰ গুণত মুগ্ধ হৈ তেওঁক বৰ পেটা মহলৰ ভূঞা পাতিছিল। তেওঁ পাট বাউসিত (বৰপেটাৰ পৰা চাৰি মাইল দক্ষিণ পশ্চিমে) থাকিবলৈ লৈছিল আৰু তাতে এখন সত্ৰ পাতিছিল। সেই সত্ৰ এতিয়াও আছে। তাত থাকোতেই তেওঁ তাতীকুচিত বৃন্দাবনীয়া কাপোৰ বোৱাই কোচ ৰজা নৰনাৰাযণক উপহাৰ দি লগতে ভূঞা পদো ইস্তাফা দিছিল। কোচ বেহাৰৰ পৰা তেওঁ দ্বিতীয বাৰ তীৰ্থলৈ গৈছিল আৰু কোচ বেহাৰতে তেওঁ ১৫৬৯ খৃ:ত ইহলীলা সম্বৰণ কৰিলে।

মহাপুৰুষ ৺শ্ৰীমন্তশঙ্কৰদেৱে অসমত উদাৰ, নিৰ্ম্মল, ভাগৱতী বৈষ্ণৱ ধৰ্ম্ম বা মহাপুৰুষীয়া ধৰ্ম্ম প্ৰচলন কৰি থৈ গল। এই ধৰ্ম্ম অসম উপত্য-কাৰ আজিও প্ৰধান ধৰ্ম্ম। নগা পৰ্ব্বততো এই ধৰ্ম্মই সিপাইছে। বৰ্ত্ত-মান এই ধৰ্ম্মৰ শাখা-প্ৰশাখা বহুত। মহাপুৰুষে অসমত এক নতুন ধৰ্ম্ম যুগ প্ৰবৰ্ত্তন কৰি থৈ গল। তেওঁৰ দান অপৰিমেয়। তেওঁ অসমীয়াক ধৰ্ম্ম, গীতু, পদ, গদ্য, পদ্য, নাট, সাহিত্য, নৃত্য, বাদ্য, ভাওনা, সংস্কৃতি, সমাজ ব্যৱস্থা সকলো দি গল। তেওঁ ধৰ্ম্মপুথি, নাট, বৰগীত, আদি ভূঞা, আহোম আৰু কোচ তিনিও ৰাজ্যতে ৰচনা কৰিছিল। তেওঁৱেই অসমত প্ৰথমে বলি প্ৰথা বন্ধ কৰিবলৈ চেষ্টা কৰিছিল, সমাজৰ সকলোৰে ধৰ্ম্ম কৰ্ম্মত সম অধিকাৰ আছে বুলি প্ৰচাৰ কৰিছিল, শাস্ত্ৰ অধ্যয়ণত সক-

লোৰে দাবী স্বীকাৰ কৰিছিল। সংস্কৃতৰ পৰিবৰ্ত্তে মাতৃভাষাৰ জৰিয়তে ধৰ্ম্ম চৰ্চ্চা কৰিবলৈ অসমক তেওঁৱেই প্ৰথমে শিকালে। এই বিষয়ত তেওঁক তেওঁৰ সমসাময়িক (ষোৰশ শতিকাৰ আগ ছোৱাৰ) প্ৰটেষ্টাণ্ট ধৰ্ম্ম প্ৰবৰ্ত্তক জাৰ্ম্মেনিৰ মাৰ্টিন লুঠাৰৰ লগত তুলনা কৰিব পাৰি। তেওঁ ধৰ্ম্ম পুথি, নাট, গীত, আদিৰ যোগেদিয়েই পাটকাই পৰ্ব্বতৰপৰা কৰতোৱা নৈ লৈকে ব্ৰজাৱলী অসমীয়া ভাষাৰে চৌৱাই পেলাইছিল; সেই চৌৱে অতীজ কামৰূপত সেই সময়ত থকা বিভিন্ন ৰাজ্যত এক সাৰ্ব্বজনিন অসমীয়া ভাষাক প্ৰতিস্থা কৰিলে। মহামানৱ মহাত্মা গান্ধীৰ প্ৰায় চাৰি শ বছৰৰ আগেয়ে তেওঁ ধৰ্ম্মজগতত সকলোকে সমধিকাৰ দিবলৈ আৰু অস্পৃশ্যতাবৰ্জ্জন কৰিবলৈ চেষ্টা কৰিছিল। ভূঞাসকলৰ ভিতৰত মহাপুৰুষ ৺শ্ৰীমন্ত শঙ্কৰদেৱৰ দানৰ ওচৰত অসম চিৰ ঋণী হৈ থাকিব। স্বৰ্গদেৱসকলে ৺শ্ৰীমন্ত শঙ্কৰ দেৱে অসমক দিয়া দান সমূহে প্ৰতিস্থা লাভ কৰাত যথেষ্ট স্থবিধা দিছিল আৰু যৎপৰোনাস্তি সহায় কৰিছিল। স্বৰ্গদেৱসকলে স্থবিধা নিদিযাহেতেন আৰু সহায় নকৰাহেতেন ৺শ্ৰীমন্ত শঙ্কৰ দেৱ অসম এৰি কোচ ৰাজ্যলৈ যোৱাৰ লগে লগে তেওঁৰ দানসমূহ ও মৰহি শুকাই গলহেতেন। চাৰিসত্ৰকে আদি কৰি অসমৰ ভালেমান বৈষ্ণৱ সত্ৰ স্বৰ্গদেৱ সকলে আৰু ভালেমান সত্ৰ ডাঙৰীয়া আৰু বিষয়াসকলে স্থাপন কৰিছিল। অসমত এনে কোনো সত্ৰ, ধৰ্ম্মানুস্থান, মন্দিৰ, দেৱালয় নাই যাক স্বৰ্গদেৱ সকলে পৃস্থপোষকতা নকৰিছিল আৰু নিষ্কৰ মাটি-বৃত্তি আৰু তাত কাম কৰিবলৈ পাইক নিদিছিল। স্বৰ্গদেৱ সকলে দান দিয়া মাটি আজিও সত্ৰ, ধৰ্ম্মানুস্থান, দেৱালয়, মন্দিৰ আদিয়ে নিছিপখেৰাজ (আধা খাজনা) আৰু লাখেৰাজ (খাজনা নাই) হিচাবে ভোগ কৰি আছে। স্বৰ্গদেৱ সকলৰ অনুগ্ৰহতে অসমত হিন্দু ধৰ্ম্মৰ সকলো শাখা প্ৰশাখা ঠন ধৰি উঠিল আৰু আজিও সজীৱ হৈ আছে। অতি পৰিতাপৰ বিষয় যে বহুতে এই কথা স্বীকাৰ কৰিব নোখোজে, বৰঞ্চ, স্বৰ্গদেৱ সকলক দোষাৰোপ কৰাহে দেখা যায়। ইয়াকে কয়—

"যাৰ পৰা শাক, সেন্দুৰ; তাকে পাতে ভোকোৰা এন্দুৰ।"
"দেখ বুলিলেও নেদেখে; কণা বুলিলেও জগৰ।"

চাওফা ছুহুম্ ওৰফে স্বৰ্গদেৱ দিহিঙীয়া ৰজাৰ (১৪৯৭-১৫৩৯ খৃ:) দিনত ১৫৩৬ খৃ:ত চাওফ্রাছেংগ্ৰমুঙ্ ৰৰগোহাঁয়ে কছাৰী ৰজাৰ ৰাজধানী দিমাপুৰ ধ্বংস কৰি কছাৰী ৰাজ্য আহোম সাম্রাজ্যত চামিল কৰিছিল। কছাৰী বিলাকে ধনশিৰী উপত্যকা আৰু দিমাপুৰ ত্যাগ কৰি কাছাৰলৈ গুচি গল। তেতিয়াৰপৰা ধনশিৰী উপত্যকা আৰু দিমাপুৰ অঞ্চল বৰ্ত্তমান লৈকে হাবি হৈ আছে। ধনশিৰী উপত্যকাতে বৰ্ত্তমানৰ নামৰৰ ফৰেষ্ট ৰিজাৰ্ভ। স্বৰ্গদেৱে কছাৰী ৰাজকুমাৰ মদনক নিৰ্ভয়নাৰায়ণ (Dr.J.P.Wade চাহাবৰ মতে দুৰ্লভ নাৰায়ণ) নাম দি লক্ষীন্দ্ৰপুৰত ১৫৪০ খৃ:ত স্থাপন কৰিছিল। সেই হেতুকে কছাৰী ৰজাক আহোম ৰজাৰ স্থাপিত-সঞ্চিত বুলি কৈছিল। কছাৰীসকলে কাছাৰত ৰাজ্য স্থাপন কৰি মায়-বঙত ৰাজধানী পাতিছিল। কছাৰী ৰাজ্য আহোম সকলে দখল কৰাত আহোম সাম্রাজ্যৰ পশ্চিম সীমাই নগাৱঁৰ ভূঞা ৰাজ্য চুলেগৈ। চাওফা-ছুক্লেন মুঙ্ ওৰফে গড়গঞা ৰজাৰ দিনত (১৫৩৯-৫২ খৃ:) নগাৱঁৰ ভূঞা সকলক আহোম সকলে বশ কৰিলে। ভৱিষ্যতে ভূঞাবিলাকে বিদ্রোহ কৰে বুলি তেওঁলোকক আহোম ৰাজধানীৰ ওচৰলৈ স্থানান্তৰিত কৰা হ'ল। এইসকল ভূঞাৰ বাহিৰে যদি কোচ ৰাজ্যত অন্য ভূঞা আছিল তেনে অহোম ৰজাই অসমৰ কোচ ৰাজ্য দখল কৰাৰ লগে লগে তেওঁলোক আহোমৰ তললৈ আহিল। ১৬১৬ খৃ:ত মক্রমখাই কোচ ৰজা পৰিক্ষিতৰ কোচ হাজো ৰাজ্য মোগল সাম্রাজ্যৰ লগত চামিল কৰিছিল; কিন্তু তেনেতে আহোম ৰজা চাওফা ছুছেংফ ওৰফে বুদ্ধিস্বৰ্গ নাৰায়ণ ওৰফে প্ৰতাপসিংহই (১৬০৩-১৬৪৩ খৃ:) মুছলমানসকলক পৰাস্ত কৰাত পৰীক্ষিতৰ ভায়েক ধৰ্ম্মনাৰায়ণে দৰঙীয়া ৰজাসকলৰ সৈতে স্বৰ্গদেৱৰ শৰণাপন্ন হল। স্বৰ্গ-দেৱে ধৰ্ম্মনাৰায়ণক কামৰূপ আৰু দৰঙত আৰু তেওঁৰ ভায়েক গজনাৰায়ণক বেলতলাত কৰতলীয়া ৰজা পাতিলে। উজনি কোচৰাজ্য আহোম ৰজাৰ হাতলৈ অহাৰ লগে লগে অসমত ভূঞাসকলৰ আধিপত্য শেষ হল।

দিমাপুৰ ধ্বংস হোৱাৰ পাচত কছাৰীবিলাকে মায়বঙত ৰাজধানী স্থাপন কৰি কাছাৰত ৰাজত্ব কৰিছিল। খাচপুৰ কছাৰী ৰজাৰ তললৈ অহাত ছিলতৰ পৰা হিন্দু আৰু মুছলমান বিলাক উঠি আহি, খাচ-

পুৰত বসতি কৰিবলৈ ললে। এই বাসীন্দাবিলাকে কছাৰী ৰজাক খাজনা উঠাই দিয়া এটি পদ্ধতি চলাইছিল। সেই পদ্ধতি মতে ৰজাই একো অঞ্চলত খাজনা তোলা একোজন বিষয়া নিৰ্ব্বাচন কৰিছিল। বিষয়াসকলৰ অঞ্চলৰ আয়তন আৰু প্ৰাধান্য হিচাবে তেওঁলোকক চৌধাৰী, মজুমদাৰ, লস্কৰ, বৰভূঞা, চোতভূঞা আদি বোলা হৈছিল। এই বিষয়বিলাক হিন্দু আৰু মুছলমান দুয়ো ভোগ কৰিছিল। এই উপাধিবিলাক মাটি বিষয়ৰ প্ৰতিনিধিৰ আছিল; কিন্তু পাচত দামলৈ বিক্ৰি কৰা হৈছিল-চৌধাৰী-১৩৩৲ টকা, মজুমদাৰ—১০৭৲ টকা, লস্কৰ-৮০৲ টকা, বৰভূঞা-৬৭৲ টকা, আৰু চোতভূঞা- ৫০৲ টকা। এই উপাধি বিলাক বংশগত হৈ পৰে আৰু বংশৰ সকলোৱে গ্ৰহণ কৰে।

অসম উপত্যকাৰ ভূঞাসকল হিন্দু আৰু কায়স্থ। অসম উপত্যকাত ব্ৰাহ্মণৰ মাজতো দুই, এজন ভূঞা আছিল। আহোম ৰজাৰ তললৈ অহাৰ আগতে এই ভূঞাবিলাক সময়ত স্বাধীন আৰু সময়ত কৰতলীয়া ৰজা আছিল। কাছাৰৰ ভূঞাবিলাক ৰজা নাছিল। তেওঁবিলাক কছাৰী ৰজাৰ খাজনা তোলা বিষয়াহে আছিল। কাছাৰৰ ভূঞাৰ ভিতৰত হিন্দু আৰু মুছলমান দুয়ো আছিল। অসম উপত্যকাৰ ভঞাবিলাকৰ কাছাৰৰ ভঞাৰ লগত কোনো সম্বন্ধ নাছিল। অসম উপত্যকাৰ ভূঞাবিলাকৰ ৰাজ্য আহোম সাম্ৰাজ্যত ভুক্ত হোৱাৰ পাচতহে কাছাৰৰ ভূঞাৰ উৎপত্তি হৈছিল।

---

সহায় লোৱা হয়-

Lakhimpur District Gazetteer. } Mr.B.C· Allen, C S. (1905)
Cacher District Gazetteer. }

A History of Assam. Sir E. A. Gait

An Account of Assam. Dr. J. P. Wade.

Ahom Buranji. Translated and edited by Rai Sahib Golap chandra Barua.

৬। আদি চৰিত।

৭। বংশাৱলী পুথি।

৮। শঙ্কৰ চৰিত। ৺ৰামচৰণ ঠাকুৰ।

৯। অসম বুৰঞ্জী। ৰায়বাহাদুৰ ৺পদ্মনাথ গোহাঁই বৰুৱা।

১০। নিজ ভ্ৰমণৰ অভিজ্ঞতা।

১১। অসম বুৰঞ্জী। (৬সুকুমাৰ মহন্তৰ ঘৰত পোৱা।) ৰায়বাহাদুৰ ডঃ ৬সূৰ্য্যকুমাৰ ভূঞা এম, এ, বি, এল (কেল), পি, এইচ, দি (লণ্ডন) দেৱৰ দ্বাৰা সম্পাদিত।

১২। সাতসৰী অসম বুৰঞ্জী। ডঃ ৬সূৰ্য্যকুমাৰ ভুঞা, এম, এ, বি, এল (কেল) পি-এইচ দি (লণ্ডন), দি,লিট্‌ (লণ্ডন) দেৱৰ দ্বাৰা সম্পাদিত।

---

# মটক ৰাজ্য

"মটক ৰাজ্য"ৰ বিষয়ে লিখিবলৈ যোৱাৰ আগতে "মটক" শব্দৰ উৎপত্তিৰ বিষয়ে লিখা অপ্রাসঙ্গিক নহব। এই শব্দৰ উৎপত্তিৰ বিষয়ে নানা ঋষিৰ নানা মত। আনৰ কথাকে নালাগে "মটক" বুলি পৰিচয় দিয়াসকলেও "মটক" শব্দৰ নিৰ্ভুল ব্যাখ্যা দিব পৰা নাই। ডিব্ৰুগড় মহকুমাত বহুতে নিজক "মটক" বুলি চিনাকি দিয়ে। এনেদৰে চিনাকি দিয়া লোক অসমৰ অন্য ঠাইত পোৱা মনত নপৰে। "মটক" বুলি চিনাকি দিয়া লোকসকলৰ ভিতৰত কোচ, কলিতা, চুটিয়া, বামুণ, কায়স্থ, মৰাণ, আহোম, কছাৰী, কৈবৰ্ত্ত, বণিয়া আদি অসমৰ প্ৰায় সকলো জাতৰে মানুহ পোৱা যায়। এতেকে "মটক" শব্দই কোনো এটি বিশেষ জাতিক বুজায় বুলি কব নোৱাৰি। ই মহাপুৰুষীয়া ধৰ্ম্মৰ দৰে এটি ধৰ্ম্ম সম্প্ৰদায় মাথোন। সকলো মটকেই মায়ামৰীয়া ধৰ্ম্ম সম্প্ৰদায়ত ভুক্ত। আনহাতে সকলো মায়ামৰীয়াই নিজক "মটক" বুলি চিনাকি নিদিয়ে। বহুত মায়ামৰীয়াই "মটক" শব্দৰ ঠাইত "মতেক" শব্দ ব্যৱহাৰ কৰি তাৰ এটা বিশেষ ব্যাখ্যা দিয়ে।

মায়ামৰীয়া :—অনিৰুদ্ধদেৱে অসমত মায়ামৰীয়া ধৰ্ম্ম প্ৰৱৰ্ত্তন কৰে। তেওঁ উত্তৰ লক্ষীমপুৰ মহকুমাৰ নাৰায়ণপুৰ অঞ্চলৰ বালিকুচি গাওঁৰ কায়স্থ গোন্দাগিৰি আৰু ৺শ্ৰীমন্ত শঙ্কৰদেৱৰ খুৰাকৰ জীয়েক আজলীদেৱীৰ পুত্ৰ। তেওঁ ১৫৫৩ খৃ:ত জন্ম গ্ৰহণ কৰি ১৬২৬ খৃ:ত ইহলীলা সম্বৰণ কৰিলে। তেওঁ মহাপুৰুষ মাধৱদেৱৰ শিষ্য ভৱানী-পুৰীয়া (১) গোপালদেৱৰপৰা কালজাৰত (২) শিক্ষা লাভ কৰি, তেওঁৰ শিষ্য হৈছিল। "বংশাৱলী পুথি"য়ে কয় যে তেওঁৰ পুৰাণ পুৰুষ ভগৱন্তৰ চৰণত ভক্তি থকা বাবে আৰু গোপালদেৱৰ ওচৰলৈ ন বাট এৰি পুৰণি বাটে অহাৰ কাৰণে গোপালদেৱে তেওঁক "পুৰণি ভকত" বোলে।

(১) বৰপেটা নগৰৰপৰা ১৪ মাইল উত্তৰ-পূবে। লিঃ।
(২) বৰপেটা নগৰৰপৰা ১০ মাইল উত্তৰ-পূবে। লিঃ।

এই কাৰণেই মায়ামৰীয়া সত্ৰৰ শিষ্যসকলে নিজক "পুৰণি ভকত" বুলি চিনাকি দিয়ে। কোনোৱে কয় যে ১৭৬৯ খৃঃত যেতিয়া চাওফা ছুঞেউ ওৰফে স্বৰ্গদেৱ লক্ষ্মীসিংহৰ পৰা মায়ামৰীয়া-মৰাণে ৰাজ্য কাঢ়ি লৈছিল, তেতিয়া মৰাণৰ বাঘৰ বৰবৰুৱা হৈ "ৰজাৰ ধৰ্ম্মই প্ৰজাৰ ধৰ্ম্ম" কৰিবৰ অৰ্থে অমায়ামৰীয়াবিলাকক জোৰ কৰি, ধৰি আনি, মায়ামৰীয়া মহন্ত অষ্টভুজৰ শৰণ লোৱাইছিল। আগৰ মায়ামৰীয়াবিলাকে নতুনকৈ মায়ামৰীয়া হোৱাবিলাকক "নতুন ভকত" আৰু নিজৰ অস্তিত্ব ৰক্ষা কৰিবলৈ নিজক "পুৰণি ভকত" বুলি চিনাকি দিছিল। স্বৰ্গদেৱ লক্ষ্মীসিংহই ছমাহৰ মূৰত নিজৰ ৰাজ্যলাভ কৰাত নতুনকৈ মায়ামৰীয়া হোৱাসকলে মায়ামৰীয়া ধৰ্ম্ম এৰি পুনৰ নিজ নিজ ধৰ্ম্ম গ্ৰহণ কৰাত "নতুন ভকত" নোহোৱা হল কিন্তু "পুৰণি ভকত" থাকি গল।

বাৰ ভূঞাৰ আদি পুৰুষ শান্তনু আৰু সুমন্তক ৰজা আৰিমত্তৰ মন্ত্ৰী সমুদ্ৰৰ পুতেক মনোহৰৰ জীয়েক লক্ষ্মীদেৱী আৰু সূৰ্য্য দেৱতাৰ পুত্ৰ বুলি কয়। সূৰ্য্য দেৱতাই সকলো দেৱতাৰ বীজমন্ত্ৰ থকা "ধাতু তাম্ৰাক্ষৰী কল্পতৰু শাস্ত্ৰ" নামে এখন শাস্ত্ৰ লক্ষ্মীদেৱীক দিছিল। সুমন্তৰ বংশধৰ-সকল নগাওঁলৈ উঠি গল আৰু তেওঁলোকে "ধাতু তাম্ৰাক্ষৰী কল্পতৰু শাস্ত্ৰ"খন কোনো প্ৰকাৰে হস্তগত কৰিছিল। সেই শাস্ত্ৰ নগাওঁত বাস কৰা শিৰোমণি ভূঞাৰ বংশধৰ মহাপুৰুষ ৺শ্ৰীমন্ত শঙ্কৰদেৱৰ হাতত পৰিল। তেওঁ সেই শাস্ত্ৰ তেওঁৰ প্ৰধান আৰু প্ৰিয় শিষ্য মহাপুৰুষ মাধৱদেৱক দিছিল। তেওঁ সেই শাস্ত্ৰ তেওঁৰ প্ৰিয় শিষ্য ভৱানীপুৰীয়া গোপালদেৱক আৰু তেওঁ তেওঁৰ প্ৰিয় শিষ্য অনিৰুদ্ধদেৱক দিলে। সেই শাস্ত্ৰৰ সহায়ত অনিৰুদ্ধদেৱে অনেক অলৌকিক কাৰ্য্য কৰিছিল। বৰ্ত্তমান সেই শাস্ত্ৰ লোপ পালে বুলি কয়। কালজাৰত শিক্ষা সাং কৰি, অনিৰুদ্ধদেৱ উজাই আহি, লক্ষীমপুৰৰ বালিকুচিত সত্ৰ পাতিছিল; কিন্তু তাত দফলাই উপদ্ৰৱ কৰাত নাহৰআটীত সত্ৰ পাতিলে। এই নাহৰণি থান আজিও আছে আৰু ই আজিও মায়া-মৰীয়াসকলৰ তীৰ্থক্ষেত্ৰ। এই থান উত্তৰ লক্ষীমপুৰ নগৰৰ পৰা প্ৰায় কুৰি মাইল পশ্চিম দক্ষিণে অৱস্থিত। "বংশাৱলী পুথি"য়ে কয় যে (চাওফা ছুখাম ওৰফে) স্বৰ্গদেৱ খোৰা ৰজাই (১৫৫২—১৬০৩ খৃঃ) অনিৰুদ্ধদেৱক

ধৰাই নি তেওঁৰ মহাত্মাৰ পৰীক্ষা কৰিছিল। অনিৰুদ্ধদেৱে ৰাজসভাত মায়া-সৰ্প সৃজন কৰি সেই সৰ্প নাইকিয়া কৰাত স্বৰ্গদেৱে তেওঁক "মায়ামৰা" উপাধি দিলে। তেতিয়াৰ পৰা তেওঁৰ ধৰ্ম্ম, সত্ৰ আৰু শিষ্যসকল "মায়ামৰা" নামে জনাজাত হল।

মোৱামৰীয়া :—কিছুমানে কয় যে অনিৰুদ্ধদেৱৰ শিষ্যসকলক "মোৱা-মৰীয়া"*হে বোলে। এই ধৰ্ম্ম প্ৰৱৰ্ত্তকজন নগাওঁৰ "মোৱামাৰী" বিলৰ কাষত থকাৰ কাৰণে তেওঁৰ ধৰ্ম্ম আৰু শিষ্যসকলক "মোৱামৰীয়া" বোলে। কোনোৱে আকৌ কব খোজে যে এই ধৰ্ম্ম সম্প্ৰদায়ৰ মানুহবিলাকে মোৱা মাছ মাৰি খাইছিল কাৰণে তেওঁলোকক ঠাটা কৰি "মোৱামৰীয়া" বোলা হয়।

মতেক :—"মতেক" শব্দৰ উৎপত্তিৰ বিষয়ে "বংশাৱলী পুথি"ত তলত লিখা আখ্যানটি পোৱা যায়। (চাওফা ছুছেংফা ওৰফে) স্বৰ্গদেৱ প্ৰতাপসিংহ (১৬০৩—৪১ খৃ:) অসম ৰাজসিংহাসনত। তেওঁৰ মন্ত্ৰী মায়া-মৰাৰ শিষ্য মৰাণখৰীয়া লাকু বৰপাত্ৰ গোহাঁই আৰু গুঁইমেলা মোলা বৰগোহাঁই আৰু ৰাজবিষয়া নেওগ ফুকন আৰু আন এজনে নিজ গুৰুৰ বাহিৰে আনকি ৰজাকো সেৱা নজনায় বুলি স্বৰ্গদেৱে জানিব পাৰিলে। সেই কথাৰ প্ৰমাণ চাবলৈ স্বৰ্গদেৱে বাটত পথলিয়াকৈ চোকা তৰোৱাল পাতি তেওঁলোকক সেইফালে ঘোৰা চেকুৰাই যাবলৈ কলে। নেওগ ফুকন আৰু গুঁইমেলা বৰগোহাঁয়ে ঘোৰা চেকুৰাই যাওঁতে মূৰ দোঁৱাই পথালি তৰোৱালৰ তলে সৰকি নোযোৱাত তৰোৱালত লাগি কটা গল। স্বৰ্গদেৱে বাকী দুজনক ঘোৰা চেকুৰাবলৈ নিদিলে। তেওঁলোক সকলোৰে একমত হোৱা দেখি, স্বৰ্গদেৱে তেওঁলোকক "মতেক" বোলে। তেতিয়াৰ পৰা

* "Three explanations of the origin of the name are current. According to one, the original founder lived near MOAMARI BIL in Nowgong ; according to anather, the people were called Moamarias in contempt beccause they were in the habit of catching and eating 'Moa' fish ; while o.hers say that the original Gosain Anirudha convinced the Ahom king of the truth of the new religion by a dis pl.y of magic 'maya." (Imperial gazetteer of In lia. Eastern Bengal and Assam. PP,34 and 35.)

মায়ামৰীয়াসকলক "মতেক"ও বোলা হয়। এই "মতেক" শব্দ বিকৃতাকাৰ হৈ "মটক" হৈছে।

"বংশাৱলী পুথি"ত দিয়া এই আখ্যান প্ৰকাশিত কোনো যুৰঞ্জীত পোৱা নাযায়। "সেই ন পাম সত্ৰই আজি কালি দিনজয় মদাৰ খাট নামে পৰিচিত। সিবিলাকৰ শিষ্য আৰু গোসাঁয়ে নিজে 'মটক' বুলি পৰিচয় দিবা'ল কুণ্ঠাবোধ নকৰে। 'মোৱামৰীয়া মটক' নাম একমত হৈ অসম ৰজাৰ লগত যুদ্ধ কৰি চলে বলে আৰু কৌশলে ৰাজপাট হস্তগত কৰি লোৱাৰ পৰাই 'অসমত মটক' শব্দৰ প্ৰয়োগ হৈছে। যেনেকৈ (কেনেকৈ?) কি আলম লগাই 'মটক, মতেক' শব্দৰ ব্যাখ্যা আৰু শুদ্ধ বৰ্ণবিন্যাস কৰি তাত কল্পিত গধুৰ অৰ্থ সুমাই প্ৰযোগ কৰিলেও আমি 'মটক' নাম ঘৃণা কৰো আৰু তাক গৌৰৱ বুলিও নাভাবো।" ("তীব্ৰ প্ৰতিবাদ"—১ম পৃ: -শ্ৰীশ্ৰীউৎসৱানন্দ অধিকাৰ গোস্বামী, মায়ামৰা পুৰণি মাটি সত্ৰ।) একে মায়ামৰা পন্থৰ একে বংশৰ পৰা উদ্ভৱ হোৱা "পুৰণি মাটি" * সত্ৰ আৰু "নপাম" বা "দিনজয়" সত্ৰৰ সত্ৰাধিকাৰ সকলৰ একে "মতেক" বা "মটক" শব্দৰ অৰ্থ একে নহল।

মটক :— চাওফা ছুহিট্‌পুঙ্‌ ওাম্‌ মুঙ্‌ ওৰফে স্বৰ্গদেৱ গৌৰীনাথ সিংহৰ দিনত (১৭৮০-৯৪ খৃ:) মায়ামৰীয়াবিলাকে বিদ্ৰোহ কৰি ভালেমান অঞ্চলত নিজৰ নিজৰ ৰজা পাতিছিল। সেই ৰজা বিলাকক "স্বয়ম্ভুৰজা" বা "নপতা ফুকন" বোলে। সেই অৰাজক অৱস্থাৰ সুবিধা লৈ চিংফৌবিলাকে অসম সীমান্ত অতিক্ৰম কৰি, খামটি সকলৰ মাজে মাজে আৰু ওচৰে পাজৰে অসমৰ পূব-উত্তৰ সীমান্তত বসতি কৰিবলৈ লয়। মায়ামৰীয়াবিলাকৰ অত্যাচাৰৰপৰা উদ্ধাৰ কৰোঁতা বুলি প্ৰথমে অসমীয়াবিলাকে চিংফৌ বিলাকক আদৰি লৈছিল। পাচলৈ খামটি আৰু চিংফৌ বিলাকে অসমৰ উত্তৰ-পূব অঞ্চলৰপৰা মানুহ ধৰি নি তেওঁলোকক নিজৰ বন্দী-বেটী কৰিছিল আৰু ব্ৰহ্মদেশত বন্দী-বেটীৰূপে বিক্ৰি কৰিছিল। চিংফৌবিলাকে নিজে কোনো শাৰীৰিক পৰিশ্ৰম নকৰি বন্দী-বেটীৰ হতুৱাই যাৱ-

* অনিৰুদ্ধ দেৱৰ বংশধৰ সকলে "পুৰণি মাটি" "নপাম" বা "দিনজয়" "মদাৰ খাট" আৰু "গড় পাৰা" নামে মায়া মৰা সত্ৰ স্থাপন কৰে।

তীয় কাম কৰাই লৈছিল। সেই সময়ত সদিয়াৰ দক্ষিণ অঞ্চল ব্ৰহ্মপুত্ৰ, ডিব্ৰু আৰু ডাঙৰী নৈৰ পৰা দিহিং নৈলৈকে "বৰ সেনাপতি"ৰ তলত আছিল। এই অঞ্চলৰপৰা চিংফৌবিলাকে বৰকৈ মানুহ ধৰি নিব বা লুট-পাত কৰিব্ নোৱাৰিছিল কিন্তু ইয়াৰ পুবে থকা ভৈয়ামখণ্ডৰ মানুহ অৰাজ-কতাৰ সুবিধা লৈ অবাধে ধৰি লৈ গৈছিল। সেই কাৰণে চিংফৌবিলাকে বৰ সেনাপতিৰ এলেকাৰ মানুহক "মটক" অৰ্থাৎ "বলী" আৰু তাৰ পুব অঞ্চলৰ মানুহক "মুলুং" অৰ্থাৎ "দুৰ্ব্বলী" বুলিছিল। ( Imperial Gazetteer of India. Eastern Bengal and Assam.) বোধ হয় বৰ সেনাপতি এলেকাৰ মায়ামৰীয়াসকলে নিজকে বলী বুজাবলৈ চিংফৌবিলাকে ব্যৱহাৰ কৰা "মটক" শব্দ ব্যৱহাৰ কৰিবলৈ ধৰাত বৰ সেনাপতিয়ে শাসন কৰা এলেকাক "মটক ৰাজ্য" আৰু তাৰ বাসীন্দাবিলা-কৰ ভিতৰত প্ৰধানকৈ মায়ামৰীয়া বিলাক "মটক" নামে জনাজাত হয়। এই হিচাপে "মটক" কোনো জাতি বা ধৰ্ম্ম সম্প্ৰদায়ৰ নহয়; কিন্তু এটি বিশেষ এলেকাৰ বাসীন্দা। বৰ্ত্তমান ধৰ্ম্মত মটকসকল মায়ামৰীয়া আৰু ইয়াৰ ভিতৰত অসমৰ প্ৰায় সকলো সম্প্ৰদায়ৰে মানুহ আছে। মায়ামৰীয়াৰ প্ৰধান সত্ৰ কেইখন পুৰণি মাটিৰ বাহিৰে ডিব্ৰুগড় মহকুমাত অৱস্থিত। এই "মটক" শব্দ ডিব্ৰুগড় মহকুমাত বহুল ভাৱে প্ৰচলন হয়। চিংফৌ সকলে কোৱাৰ দৰে যদি "মটক" শব্দই "বলী" বুজায়, তেনে"মটক" নাম ঘৃণনীয় বা নিন্দাসুচক হব নোৱাৰে। আনহাতে বুৰঞ্জীয়ে কয় যে বৰ-সেনাপতিয়ে শাসন কৰা এলেকাই "মটক" নামে জনাজাত হৈছিল। এতেকে বৰ সেনাপতিয়ে শাসন কৰা এলেকাৰ বলী মায়ামৰীয়া সকলেই "মটক" বুলি কব পাৰি।

মায়ামৰীয়া ধৰ্ম্ম মহাপুৰুষ ৺শ্ৰীমন্ত শঙ্কৰদেৱে প্ৰৱৰ্ত্তন কৰা ভাগৱতী বৈষ্ণৱ ধৰ্ম্মৰে এটি শাখা। ৺শ্ৰীমন্ত শঙ্কৰদেৱৰ তিৰোধানৰ পাচত তেওঁৰ প্ৰৱৰ্ত্তিত ধৰ্ম্ম কেইবাটাও শাখা, প্ৰশাখাত বিভক্ত হয়। মায়ামৰীয়া ধৰ্ম্মৰ বাহিৰে বাকীবিলাক শাখা-প্ৰশাখাৰ মাজত ভেদ ভাব নাই; আনকি অমায়া-মৰীয়াই শাক্ত, শৈৱ, আদি অন্য পন্থৰ হিন্দুৰ সৈতেও ভেদ ভাব নাৰাখে। মায়ামৰীয়া আৰু অমায়ামৰীয়াৰ ভেদভাব কেতিয়াৰ পৰা হল আৰু কিয়

হল কোৱা টান। "আদি চৰিত" নামৰ পুথিখনত পোৱা যায় যে অনিৰুদ্ধদেৱে ৺শ্ৰীমন্ত শঙ্কৰদেৱৰ হাতত থকা "ধাতুতাম্ৰাক্ষৰী কল্পতৰু শাস্ত্ৰ" খন চুৰ কৰি নিয়াৰ বাবে ৺শ্ৰীমন্ত শঙ্কৰদেৱে তেওঁৰ লগত সম্পূৰ্ণৰূপে সম্বন্ধ ছেদ কৰিলে আৰু তেতিয়াৰপৰা মায়ামৰীয়াৰ লগত আনৰ কোনো সম্পৰ্ক নাই। এই মত ভুল বুলি ৺ৰজনীকান্ত বৰদলৈদেৱে "বংশাৱলী পুথি"ৰ পাতনিত যুক্তিতৰ্কৰ সৈতে বাহুল্যৰূপে আলোচনা কৰিছে। অসমৰসকলো হিন্দু মহাপুৰুষীয়া বা ভাগৱতী বৈষ্ণৱ ধৰ্ম্মী নহয়। এই অ-মহাপুৰুষীয়া হিন্দুসকলৰো মায়ামৰীয়াসকলৰ লগত কোনো সামাজিক সম্পৰ্ক নাই। যদি"আদি চৰিত"ৰ কথাই সঁচা হয় তেনে অ-মহাপুৰুষীয়া অসমীয়া হিন্দুসকলে মহাপুৰুষীয়াৰ লগত সামাজিক সম্বন্ধ ৰাখি মায়ামৰীয়াসকলৰ লগত নৰখাৰ কোনো যুক্তি নাই। অ-মহাপুৰুষীয়া অসমীয়া হিন্দুৱে মায়ামৰীয়াৰ লগত সামাজিক সম্বন্ধ নৰখা কথাই বুজায় যে "আদি চৰিত"ৰ কথাৰ বাহিৰেও অন্য কোনো কাৰণ আছে। মায়ামৰীয়াসকলে অসম ৰাজশক্তিৰ বিৰুদ্ধে চাওফা ছুঞেউ ওৰফে স্বৰ্গদেৱ লক্ষীসিংহৰ (১৭৬৮–১৭৭৯ খৃঃ) দিনৰপৰা কেইবাবাৰো বিদ্ৰোহ কৰে আৰু স্বৰ্গদেৱ লক্ষীসিংহ আৰু চাওফা ছুহিট্পুঙ্ ওৰফে স্বৰ্গদেৱ গৌৰীনাথ সিংহক (১৭৭৯–১৭৯২ খৃঃ) সিংহাসন চ্যুত কৰি কিছুদিন ৰাজত্বও কৰিছিল। ১৭৬৮ খৃঃত বিদ্ৰোহী মায়ামৰীয়া মৰাণে স্বৰ্গদেৱ লক্ষীসিংহক বন্দী কৰি মায়ামৰীয়া মহন্ত অষ্টভুজৰ পুতেক ৰায়ণক ৰজা পাতিছিল; কিন্তু মায়ামৰীয়া মহন্তই পুতেকক ৰজা হবলৈ নিদিয়াত মায়ামৰীয়া মৰাণ নাহৰ খোৱাৰ পুতেক ৰমাকান্ত ৰজা আৰু ৰাঘৱ মৰাণ বৰবৰুৱা হল। ৰাঘৱে অ-মায়ামৰীয়াসকলক ধৰাই আনি মায়ামৰীয়া মহন্ত অষ্টভুজৰ শৰণ লোৱা হৈছিল আৰু চাৰি সত্ৰীয়াক অৰ্থ দণ্ড কৰিছিল। স্বৰ্গদেৱ লক্ষীসিংহই ছমাহৰ মূৰত মগলুকুঁৱৰী কুৰঙ্গনয়নীৰ কূট কৌশলত পুনৰ সিংহাসন পোৱাত যিবিলাক অ-মায়ামৰীয়াক জোৰ কৰি মায়ামৰীয়া কৰা হৈছিল, তেওঁবিলাকে স্বৰ্গদেৱৰ আদেশত প্ৰায়শ্চিত্ত হৈ পুনৰ নিজ নিজ ধৰ্ম্মত ভুক্ত হল। (ভুং বুং)। তেতিয়াৰপৰা অ-মায়ামৰীয়াই মায়ামৰীয়াৰ লগত সকলো সম্বন্ধ ছেদ কৰে। এই ঘটনাৰ পাচতো বহুতে যেতিয়াই মায়া-

মৰীয়াবিলাকে ৰাজশক্তি আৰম্ভ কৰিছিল তেতে তেওঁলোকে অ-মায়ামৰীয়াৰ ধৰ্ম্মৰ ওপৰত হাত দিছিল আৰু ধৰ্ম্ম মন্দিৰ আৰু বিগ্ৰহ ধ্বংস কৰিছিল আৰু গাওঁ-ভূই পুৰি প্ৰজাৰ ওপৰত যথেচ্ছা অত্যাচাৰ কৰিছিল। বোধ হয় এনেবিলাক কাৰণতেই অ-মায়ামৰীয়াই মায়ামৰীয়াৰ লগত কোনো সম্পৰ্ক নৰখা হল। "বংশাৱলী পুথি"ত লিখিছে যে স্বৰ্গদেৱ চন্দ্ৰকান্ত সিংহৰ দিনত (১৮১০-১৮ খৃঃ আৰু১৮১৯-২১ খৃঃ) চাৰিসত্ৰই মায়ামৰীয়া বিলাকে ৰাজদ্ৰোহ কৰি ল'ৰা, বুঢ়া, তিৰোতা, ব্ৰাহ্মণ আদি হত্যা কৰি পঞ্চপাতকত লিপ্ত হোৱাৰ কাৰণে বিচাৰ হব লাগে বুলি ৰাজ সভাত গোচৰ দিছিল। সেই গোচৰ অনুসৰি ৰাজ সভাত সাত দিন বিচাৰ হৈছিল আৰু আৰু বিচাৰৰ শেষত স্বৰ্গদেৱে মায়ামৰীয়া আৰু অ-মায়ামৰীয়া দুয়ো বিদ্ৰোহ কালত নৰহত্যা কৰাৰ কাৰণে প্ৰায়শ্চিত্ত হব লাগে বুলি মত দিলে। সেই মত অনুসৰি কোনো পক্ষই প্ৰায়শ্চিত্ত নহৈ ভেদ হৈ ৰল। এই কথা কোনো বুৰঞ্জীত নাই। মুঠতে বুৰঞ্জীৰ কালৰপৰা চালে মায়ামৰীয়াই বিদ্ৰোহ কৰি, অ-মায়ামৰীয়াৰ ধৰ্ম্মত হাত দিয়াৰ কাৰণেই অ-মায়ামৰীয়াই তেওঁলোকৰ লগত সকলো প্ৰকাৰ সম্পৰ্ক ছেদ কৰে বুলি কব পাৰি। আজি একে সম্প্ৰদায়ৰ আৰু একে হিন্দু ধৰ্ম্মত ভুক্ত এজন মায়ামৰীয়াৰ লগত এজন অ-মায়ামৰীয়াই খোৱা-লোৱা, বিয়া-বাৰু, উঠা-বহা, একো নকৰে। একে হিন্দু ধৰ্ম্মাৱলম্বী মায়ামৰীয়া আৰু অ-মায়ামৰীয়া অসমীয়া দুভাগ হৈ থকা জানো উচিত হৈছে?

স্বৰ্গদেৱ লক্ষীসিংহৰ দিনত হোৱা প্ৰথম মায়ামৰীয়া বিদ্ৰোহৰ তেৰ বছৰৰ পাচত ১৭৮২ খৃঃত স্বৰ্গদেৱ গৌৰীনাথ সিংহৰ দিনত দ্বিতীয় মায়ামৰীয়া বিদ্ৰোহ হৈছিল। স্বৰ্গদেৱ ১৭০৪ শকৰ (১৭৮২খৃঃ) ২ বহাগত ফুৰি আহি নগৰ সোমাওঁতে তেওঁৰ লগত জোৰ ধৰা মানুহৰ বেশ ধৰি কিছুমান মায়ামৰীয়া নগৰ সোমাই, দোলাষৰীয়া চ'ৰা, ৰবচ'ৰা, হোলোংঘৰ আৰু বৰপাত্ৰ ডাঙৰীয়াৰ ঘৰত জুই দিলে, দোলাষৰীয়া বৰুৱা লেখেৰা আৰু ঢেকীয়াল ফুকনক দাবে বৈয়ালে আৰু মিৰিসন্দিকৈৰ দিহিঙীয়া আৰু কিছুমান মানুহক হত্যা কৰিলে। তাৰ পাচ দিনা বিদ্ৰোহী দলে নগোঁৱাঁই, লানমাখৰুৰ (লানুমাথ্ৰু) ভিতৰুৱাল ফুকন আদিৰ ঘৰত জুই দিলে আৰু

পৰ্ব্বতীয়া গোসাঁইক দুৰ্ব্বচন বুলিলে। বিদ্ৰোহী দলে কৈ ফুৰিবলৈ ধৰিলে যে ওপৰ চাৰিঙ্গীয়া ৰজাই ৰজা আৰু আদাবৰীয়া ভগা বৰবৰুৱাহে বৰবৰুৱা।

বুঢ়া গোসাঁই ডাঙৰীয়াই বিদ্ৰোহ দমন কৰি বিদ্ৰোহীক ক্ষমা কৰিবলৈ উপদেশ দিলে; কিন্তু স্বৰ্গদেৱে বিষয়াসকলৰ পৰামৰ্শত মায়ামৰীয়াক মাৰি-বলৈ আদেশ দিলে। স্বৰ্গদেৱৰ এই আদেশৰ সুবিধা লৈ অ-মায়ামৰীয়াই মায়ামৰীয়াক হত্যা কৰাত গড়গাওঁৰ কাষৰ ভালেমান গাওঁ জনশূন্য হ'ল। স্বৰ্গদেৱে ফুৰিবলৈ গৈ সেই গাওঁবিলাক দেখি খেদ কৰি, মায়ামৰীয়াবিলাকক নিজ নিজ ঠাইত পুণৰ স্থাপন কৰিবলৈ আদেশ দিলে। তেনেতে মহাপৰ বদল আৰু চৰালে এটা ন হতীয়া হাতী ধৰি স্বৰ্গদেৱক উপহাৰ দিলে আৰু ধনবৰ নামেৰে এজনে সেন মেলি তামাচা দেখুৱালে। তাতে স্বৰ্গ-দেৱ সন্তুষ্ট হৈ তেওঁলোকক পুৰস্কৃত কৰিব খোজাত তেওঁলোকে স্বৰ্গদেৱ লক্ষীসিংহৰ দিনৰপৰা পলাই থকা মায়ামৰীয়া মহন্ত এজনক সত্ৰাধিকাৰ পাতিবলৈ প্ৰাৰ্থনা জনালে। স্বৰ্গদেৱে পূৰ্ব্বে মায়ামৰীয়া মহন্ত অষ্টভুজে মনোনীত কৰি যোৱা পীতাম্বৰক পাচনৈৰ (লক্ষীমপুৰ মহকুমাৰ দিৰ্জ্জু বাগা-নৰ ওচৰত) পৰা আনি ১৭০৬ শকত (১৭৮৪ খৃঃ) সত্ৰাধিকাৰ পাতিলে। তেওঁ খুটীয়া পোতাত (যোৰ হাটৰ ওচৰত) সত্ৰ পাতিলে। (বংশাৱলী পুথি।)

এই বিদ্ৰোহৰ কথা আহোম বুৰঞ্জীৰ ৩৩৭ আৰু ৩৩৮ পৃষ্ঠাত উল্লেখ কৰিছে। তাত তলত লিখা মতে ঘটনাৰ বিৱৰণ পোৱা যায়। ১৭৮২ খৃঃৰ জেঠ মাহত মোৱামৰীয়া-মটকবিলাকে বিদ্ৰোহ কৰি, ৰাতি ৰাজধানীৰ ঘৰবিলাক জুই দি পোৰাত স্বৰ্গদেৱে পকীঘৰৰ ভিতৰত আশ্ৰয় ললে। কুৰৈঁগঞা বুঢ়া গোহাঁই আৰু বাইলুং চিৰিং ফুকনে ততালিকে সৈন্য সংগ্ৰহ কৰি যুদ্ধলৈ পঠালে। সেই যুদ্ধত দিহিঙ্গীয়া ফুকন আৰু ভুলুৱাহাজৰিকা পৰিল আৰু কেন্দুৰীয়া বৰপাত্ৰ গোহাঁই গুৱাহাটীলৈ, বৰবৰুৱা তিলাওলৈ, (লুইত) আৰু মাদুৰীয়াল, বৰ গোহাঁই পলায় গল। ৰাজ্যত ভয়ে দেখা

।।"ঘনশ্যাম বুঢ়া গোহাঁইঞ্জেৰণ কৰি বৰফুকনে সহিতে মোৱামৰীয়াক খেদি বংপুৰ মোকোলালে।" [সাতসৰী অঃ বুঃ-১৫৫ পৃঃ]

দিলে। সকলো বৰ-বিষয়াবিলাক পলাবলৈ ধৰিলে। স্বৰ্গদেৱে বুঢ়াগোহাঁই আৰু বাইলুং চিলিং ফুকনক যুদ্ধৰ ভাৰ দিলে। তেওঁবিলাকে সৈন্য গোটাই বিদ্রোহীক ৰংপুৰৰ দুৱাৰ মুখত সমূলে যুদ্ধত ঘটুৱালে। বিদ্রোহীদলক, কি কৰা যায় সেই লৈ ৰাজ সভা বহিল। বিষয়াসকলে মটকক মাৰিবলৈ স্বৰ্গদেৱক পৰামৰ্শ দিলে। সেই পৰামৰ্শ মতে স্বৰ্গদেৱে মটকবিলাকক হত্যা কৰিবলৈ আদেশ দিয়াত বহুত মটক নিধন হল।

গেইট চাহাবৰ বুৰঞ্জীত পোৱা যায় যে তেনেতে জখলাবন্ধীয়া মহন্তই জয়সাগৰত আৰু মায়ামৰীয়াৰ বাদল গাওঁবুঢ়াৰ তলে মৰাণে পূব সীমান্তত বিদ্রোহ কৰিছিল। সেই দুই বিদ্রোহ দমন কৰি জখলাবন্ধীয়া মহন্তৰ চকু কটা হল।

বিদ্রোহৰ জুইন নমৰিল। তুঁহ জুই জ্বলা দি উমি উমি বিদ্রোহ জ্বলি থাকিল। সেই বিদ্রোহ হঠাৎ অসমত ব্যাপকভাৱে দেখা দিলে। মায়ামৰীয়াৰ লগতে অমায়ামৰীয়াসকলেও সুবিধা বুজি বিদ্রোহ কৰিছিল। মায়ামৰীয়া বিদ্রোহ অসমীয়া বিদ্রোহত পৰিণত হৈছিল। ৰাণী, লুকি, বেলতলা, টোপাকুচিয়া মণিপুৰ আদিৰ সীমন্ত আৰু কৰতলীয়া ৰজাসকলে বিপদত স্বৰ্গদেৱক সহায় কৰিছিল; কিন্তু খামটি, দৰঙী, কছাৰী আৰু জয়ন্তীয়া ৰজা স্বাধীন হবলৈ মূৰ দাঙি উঠিল। মাজুলীত মায়ামৰীয়া হাওহা ৰজা হল, দিহিঙৰ পূবে বেঙমৰাত মায়ামৰীয়া সৰ্ব্বানন্দ ৰজা হৈ স্বৰ্গদেৱ উপাধি ললে আৰু ৰংপুৰত ভগদত্তৰ বংশধৰ বুলি চিনাকি দি আয়ামৰীয়া মহন্ত ভৰথে ভৰথ সিংহ নাম লৈ ৰজা হল। মায়ামৰীয়া মহন্ত পীতাম্বৰে ভৰথ সিংহৰ পক্ষ ললে। ইয়াকে কয় "উপকাৰীক অজগৰে খায়।" নগাওঁত বৰাগী ৰজা আৰু পানীকলীয়া লাহন ৰৰৰুম্বা আৰু কামৰূপত হৰদত্ত আৰু বীৰদত্তই বিদ্রোহ কৰিছিল। "জুল পালে বল দিয়া" আৰু, "হলা গছক হেছোঁকা" সনাতন নীতি। ঠায়ে ঠায়ে নপতাফুকন বা স্বয়ম্ভু ৰজা হল।

১৭৮৪ খৃঃৰ পৰা এই বিদ্রোহ আৰু তাৰ অনুসঙ্গিক উৎপীড়ন, অত্যা-চাৰ, হত্যা, লুণ্ঠন, ধ্বংস, মহামাৰি, আকাল আদিত অসমে ১৭৯৪ খৃঃলৈকে

ভালকৈয়ে ভুগিলে। সেই সময়ত জাবাল বৃদ্ধ, বনিতাকে ধৰি কিমান মানুহ কাৰ হাতত হত্যা হল, কিমান নাৰী কলুষিত হল, কিমানৰ জাতি ধৰ্ম্ম ভ্ৰষ্ট হল, কিমান পৰ্ব্বতে কন্দৰে পলাই গল, কিমান মহামাৰি আৰু আকালত মৰিল তাৰ কোনো হিচাপ নাই। অসমীয়াই নিজৰ ভৰিতে নিজে কুঠাৰ মাৰিলে।

১৭৮৪ খৃঃত উত্তৰফালে দফলাই উৎপাত কৰাত স্বৰ্গদেৱে দফলাক দমাবলৈ বৰচেতিয়া,মাজু দিহিঙ্গীয়া ফুকন, আৰু লেফেৰা চাওদাঙ ৰৰুৱাক পঠালে। জাপৰিভিটাত দফলাৰ সৈতে ৰণ হল। সেই ৰণত বৰচেতিয়া আৰু মাজুদিহিঙ্গীয়া ফুকন পৰিল আৰু চাওদাঙ বৰুৱা পলাই গল। দফলাৰ পখাছ, তমাই, মিনু, তাবু আৰু মই মায়ামৰীয়াবিলাকক গোটাই স্বৰ্গদেৱৰ বিৰুদ্ধে যুদ্ধ দিবলৈ কলে। সেই সময়তে মায়ামৰীয়া শিষ্য হৰিহৰ তাঁতীয়ে স্বৰ্গদেৱৰ ওপৰত প্ৰতিশোধ লবৰ মনেৰে উত্তৰলক্ষীমপুৰৰ হাবমতী বাগিচাৰ ওচৰত দিক্ৰং নৈৰ পশ্চিম পাৰে থকা বান্দৰদোৱা পৰ্ব্বতত পাঁচ বছৰ শঙ্কৰক আৰাধনা কৰি, সিদ্ধি লাভ কৰি, জাপৰিভিটাত বিদ্ৰোহ তুলিবলৈ মানুহ গোটাই মায়ামৰীয়া মহন্ত পীতাম্বৰ দেৱৰ আদেশ খুজি পঠালে। যি ৰজাই তেওঁক পাতিছিল, সেই ৰজাৰ বিপক্ষে অস্ত্ৰ ধাৰণ কৰিবলৈ পীতাম্বৰে মানা কৰা সত্বেও হৰিহৰ তাঁতীয়ে বিদ্ৰোহ কৰি জাপৰিভিটাত নিজকে ৰজা বুলি ঘোষণা কৰিলে। বান্দ দোৱা পৰ্ব্বতৰ দক্ষিণ পশ্চিমে তাঁতীবাহাৰ বুলি এটি অঞ্চল আছে। তাৰ স্থানীয় মানুহে কয় যে তাত তাঁতী ৰজা আছিল। বোধহয় হৰিহৰ তাঁতী তাতে ৰজা হৈছিল। সেয়ে হলে বৰ্ত্তমানৰ তাঁতীবাহাৰেই অতীজৰ জাপৰিভিটা। বৰ দিহিঙ্গীয়া ফুকন আৰু নাওশলীয়া ফুকনক মায়ামৰীয়াৰ বিপক্ষে পঠোৱা হৈছিল; কিন্তু তেওঁবিলাক যুদ্ধত ঘাটিল। পুণৰ ভাটি দিহিঙ্গীয়া ফুকন আৰু নফুকনক মায়ামৰীয়াৰ বিপক্ষে পঠাইছিল; কিন্তু তেওঁবিলাকো যুদ্ধত ঘাটিল। তাৰ পাচত কেন্দুগুৰীয়া বৰপাত্ৰ গোহাঁই আগবাঢ়ি গৈ হেলছি নৈৰ কষত কোঠ মাৰি বল। খহুত দিনৰ মূৰত তেওঁ যুদ্ধত ঘাটি টিলাও (লুইত) লৈ ছইকি আহিল। ১৭৮৫ খৃঃত বৰপাত্ৰ গোহাঁই পলাই

গল* আৰু মায়ামৰীয়াবিলাক টেঙাখাবীলৈ আগ বাঢ়িল। ৰাইজ ভাগি আহি নগৰত আশ্ৰয় ললেহি। স্বৰ্গদেৱে ৰাণীৰ সৈতে ভাগি অহা ৰাইজক অভ্যৰ্থনা জনালে আৰু মায়ামৰীয়াৰ লগত যুদ্ধ দিবলৈ সোণাই দেওধাই ফুকন আৰু বাইলুঙ্ ফুকনক পঠালে। সোণাই যুদ্ধত পৰিল আৰু বাকীবিলাক ভাগি গ'ল। মায়ামৰীয়াবিলাক নাতিনিছিগাত বলহি। স্বৰ্গদেৱে পুখুৰীপৰীয়া বুঢ়াগোহাঁই কৈদৰ কলীয়াক ডেকাফুকন পাতি মায়ামৰীয়াৰ লগত যুদ্ধ দিবলৈ পঠালে;* কিন্তু তেওঁ তেলীদোঙাৰ যুদ্ধত পৰিল। তাৰ পাচত বৰহাট-খোৱাৰ তলে বকটা, টিপাম আৰু বৰহাটৰ মানুহে মায়ামৰীয়াৰ সৈতে ৰণ দিলে; কিন্তু বৰহাটখোৱা ৰণত পৰাত সকলো ভাগি গল। দিহিং গোসাঁইয়ে মায়ামৰীয়াক ভেটা দিছিল; কিন্তু বলে নোৱাৰি ভাগি গল।** দিহিঙ্গীয়া খেলৰ খাৰঘৰীয়া ফুকন আৰু হিলৈদাৰী খেলৰ দোলাকাষৰীয়া

** "মোৱামৰীয়া মিলি ডফলা-বহুতাৰে ৰণ কৰাত মৰঙিখোৱা দিহিঙ্গীয়া ফুকন পৰিল। পৰে বৰপাত্ৰ গোহাঁই গুৱাহাটীয়া দিহিঙ্গীয়া সৈতে ইবোৰক ভঙাই গড়মূৰে দি পাৰ হৈ সত্ৰ বৰধনৰ বহুত ভকত কাটি সত্ৰত জুই দিলে। সৰুসত্ৰীয়াই মোৱামৰীয়াক পাৰ কৰা আপাহত সেই সত্ৰ নুপুৰিল। তাৰ মহন্ত পীতাম্বৰে সিহঁতৰ লগ লগত বহুত মানুহ সিহঁতৰ হল। আউনী আটা দক্ষিণপাটকে মোক কৰি মাজালিৰ (মাজুলীৰ) সত্ৰবোৰ পুৰি সত্ৰে সত্ৰে বহুত ভকত কাটিলে। পৰে দিহিঙ্গ পাৰ হৈ সোণাই নৈ পোৱাত বুঢ়া গোহাঁঞি, নাওবৈচা ফুকন, চোলাধৰা ফুকন, খাৰঘৰীয়া ফুকন ইত্যাদি অনেকক যুদ্ধলৈ পঠোৱাত মোৱামৰীয়াক দেখিয়ে লৰ মাৰিলে। পাচে নদুৱাৰৰ মুখতে অনেক অবচনীয় বাক্য স্বৰ্গদেৱক বুলি মাৰৰ বিহু খাওঁ বুলি উভতি আহিল। পাচে আমাৰ নামতিয়াল বৰবৰুৱাই নগৰৰ ইটাৰ চাৰিও গড়ৰ বাঁজে কাঠেৰে তিনিতৰপীয়াকৈ গোজ মৰাই বাদুলি চিলিঙ্গি কেটেলা লোৰ সিঙ্গৰী সিচি দি সৈষ্টৰে আছিল। ৰণ পলৰীয়া বুলি বৰ-পাত্ৰক গোহাঁই ভাঙ্গি থৈছিল। পৰে মোৱামৰীয়াই মাৰৰ বিহু খাই চাৰিঙ্গৰৰতলা পুৰি পুনৰ ৰঙ্গপুৰৰ বৰদুৱাৰৰ মুখত ৰণ ধৰি নগৰৰ চাৰিও ফালৰ ফুকন বৰুৱাৰ ঘৰবোৰ পুৰিলে।" (সাতসৰী অসম বুৰঞ্জী— ১৫৫-১৫৬ পৃ:)

** "ৰাজা ভয় খাই দিহিঙ্গৰ বাপক ভকতে সহিতে ৰণ কৰিবলৈ বোলাত বাপেও তেওঁৰ শিষ্যক শপত দি ৰণলৈ পচাত সিহঁতৰ ভিতৰৰ হাৰী এটাই ৰণ কৰি যুদ্ধত পৰে তে ইমসা লৰ মাৰিলে। বকতীয়ালৰ বৰ সেনাপতি পৰিলে। দেওধাইহঁত লৰ মাৰিলে। হাটীৰ বৰঘৰাৰ হাত ভৰি কাটি নগৰলৈ পঠালে।" (সাতসৰী অসম বুৰঞ্জী ১৫৬ পৃ:)

বৰুৱাক স্বৰ্গদেৱে যুদ্ধলৈ পঠালে ; কিন্তু তেওঁবিলাক যুদ্ধত হাৰিল। মায়ামৰীয়াবিলাক আগবাঢ়ি মাছখোৱা হাট পালেহি। বাইলুং ফুকনে অতৰ্কিতে মায়ামৰীয়াবিলাকক আক্ৰমণ কৰি কিছু মায়ামৰীয়াক বন্দী কৰিলে। সেই বন্দীবিলাকক জেৰেঙা পথাৰত হত্যা কৰা হল। বাইলুং ফুকন পাজিকটা পুখুৰী আৰু তাৰ পাচত হাকাম পথাৰলৈ আগ বাঢ়িল। স্বৰ্গদেৱে তেওঁক সহায় কৰিবলৈ সৈন্য পঠাইছিল ; কিন্তু তেওঁবিলাকে মায়ামৰীয়াবিলাকক ঘটুৱাব নোৱাৰিলে। মায়ামৰীয়াই নগৰ, গাওঁ সকলো ঠাইৰে ঘৰ আৰু ভঁৰালত জুই দিবলৈ ধৰিলে। দিহিঙ্গীয়া খেলৰ নাওবৈছা ফুকন, নফুকন আৰু ভাটিয়লীয়া ন্যায়শোধা ফুকনে মায়ামৰীয়াৰ সৈতে হাতীখোকত যুদ্ধ দিলে। সেই যুদ্ধত নাওবৈছা ফুকন আৰু নফুকন পৰিল আৰু ন্যায়শোধা ফুকনে শিৱসাগৰ পুখুৰীৰ দৌলত আশ্ৰয় ললে। মায়ামৰীয়া ৰংপুৰ নগৰত সোমাল। * নামৰূপত খেদি থোৱা স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহৰ পুতেক পাটকোঁৱৰে সাতশ টিপমীয়া লগত লৈ নিজক ৰজা বুলি ঘোষণা কৰি বকতিয়ালৰ ৰৰসাতোলাক বৰবৰুৱা পাতি, টিপামেদি অভয়পুৰলৈ আগ বাঢ়িল। তাৰ পৰা পাটকোঁৱৰ বকতালৈ আহি কোঠ মাৰি ৰল। মায়ামৰীয়াবিলাকে পাটকোঁৱৰক আক্ৰমণ কৰিলে, কিন্তু বলে নোৱাৰি ঘূৰি আহিল। বহুত মানুহ পাট কোঁৱৰৰ লগ ললে। পাট কোঁৱৰ বাইলুঙলৈ আহিল। তাৰ পাচত তেওঁ দিখৌৰ কাষত কোঠ মাৰি, জপৰা কোঁৱৰক টেঙাবাৰীত কোঠ মাৰি থাকিবলৈ পঠালে। কালুগঞা বৰপাত্ৰ গোহাঁই আৰু হিলৈদাৰী কোঁৱৰ জাধ মায়ামৰীয়াৰ বিপক্ষে আগবাঢ়ি হাকাম পথাৰত কোঠ মাৰি ৰল। পাট কোঁৱৰে টেকেলা বৰুৱাক বৰগোহাঁই পাতি ৰাজমাও পুখুৰীৰ কোঠ দিবলৈ পঠালে। ** পূৰ্ব্বে স্বৰ্গদেৱ লক্ষ্মী-

* "পাচে ৰজাদেৱে বৰদুৱাৰত বৰপাত্ৰ গোহাঞি, নদুৱাৰত বুঢ়াগোহাঞি, পানীদুৱাৰত নাওবৈছা ফুকন, ঔগুৰি চকীত বৰগোহাঞি এইবোৰক দি যুদ্ধ কৰোৱাত মৰাণে যুদ্ধত জিকে।" (সাতসৰী অসম বুৰঞ্জী। ১৫৬ পৃঃ)।

** "পৰে পাট কোঁৱৰ ৰজা হৈ গড়গাঞো সোমাই কালুগঞাক বৰপাত্ৰ পাতিলে জোলা কাটনি হাজৰিকাক বৰগোহাঞি পাতিলে, মনজইক বৰবৰুৱা পাতি ললে। চাউদাঙ্গৰ মুলুক শইকা নাওশলীয়া ফুকন হৈ

সিংহই ৰুন্‌থাম্ আৰু লাখুট্ নামে দুজন কটকী নৰা ৰাজ্যলৈ পঠাইছিল। ৰাজ্য বিভ্ৰাটৰ খবৰ পাই নৰাৰজাই এজন কোঁৱৰ আৰু চাৰিজন ফুকনৰ তলে এহেজাৰ সৈন্যৰে সৈতে কটকী দুজনক ঘূৰাই পঠালে ; কিন্তু তেওঁবিলাক আহি মায়ামৰীয়াৰ লগ ললে ; বিদ্ৰোহীয়ে নগৰ আক্ৰমণ কৰিলে। স্বৰ্গদেৱ চাপাগুৰীয়া ফৈদৰ ভমৰল বাইলুঙ্ ছিৰিঙ্ ফুকন, দিহিঙ্গীয়া খেৰৰ ভদৰি চোলাধৰা ফুকন, নগোসাঁই, নানমাখ্ৰু ফৈদৰ টিপমীয়া ৰাজখোৱা আৰু হুনবৰৰ সৈতে ৰাতি নাৱত পলাই ভটিয়াই গল। ** বিদ্ৰোহীয়ে নগৰ অধিকাৰ কৰিলে। পেলন বাইলুঙে চোমচেঙৰ মূৰ্ত্তি লৈ পলাই গল। পাভনটক চৰাইদেওলৈ গৈ মন্দিৰবিলাক জুই দি পুৰিলে। তাৰ পৰা তেওঁ ৰকটালৈ গল। দিহিঙ্গীয়া বৰকুঁৱৰীয়ে ৰকতীয়াল বৰবৰুৱা মনজয়ক বিদ্ৰোহীৰ বিপক্ষে যুদ্ধলৈ পঠোৱাত তেওঁ প্ৰথমে চটাই-নগৰ আৰু তাৰ পাচত পানীচকুৱালৈ আগ বাঢ়িল। বিদ্ৰোহীয়ে বৰবৰুৱাক যুদ্ধত ঘটোৱাত তেওঁ পলাই গল আৰু বিদ্ৰোহীয়ে চটাই নগৰ পুৰি ধ্বংস কৰিলে।* স্বৰ্গদেৱক সহায় কৰিবলৈ পূব কালবপৰা দৈমান আগবাঢি

---

প্ৰধান খাটনীয়াৰ হল। পাচে আলিকেকুৰি পানীচকীত কোঠ দি মোৱা-মৰীয়াক যুদ্ধ কৰি ভগালে। জপৰা গোহাঁই, বৰমুৰা গোহাঁই, ইবোৰ মন্ত্ৰী হৈ ঠায়ে ঠায়ে ৰণ কৰি ফুৰিছিল।" (সাতসৰী অসম বুৰঞ্জী। ১৫৭ পৃঃ)।

* "পানীদুৱাৰে চিন মাৰি ৰজাদেৱ ওলাই দিখৌৰ আমগুৰি ঘাটত নাৱত উঠিলগৈ। লগত গৈছিল নগোসাঁই মাজুজনাৰ বাপেক-পতেক ২, চিৰিঙ্গ ফুকনৰ দদায়েক-ভতিজাক ৪, ভিতৰুৱাল ফুকনৰ বাপেক-পতেক ২, ভদৰি চোলাধৰ ফুকনৰ ভায়েক-ককায়েক ২, কাঠমিয়া নাওবৈচা ২০, এঞ্জে সহিতে ভটিয়াই গুৱাহাটী পালেগৈ। ই ঠাইত মোৱামৰীয়া ভিতৰ সোমাই ৰাজমাজদেৱক মাৰিলে। আইকুঁৱৰীদেৱসকল পলাল, নাপালে। গঞা ভণ্ডাৰ ভাঙ্গি বাটত ৰূপ সোণ তাম পিতল কাপড় সিচি দিছিল। কেতবোৰ ৰূপ সোণ গোসাঁই সেৱা কৰা সোণৰ ৰূপৰ বাচন সহিতে বহুত নিলে।" (সাতসৰী অসম বুৰঞ্জী। ১৫৬ পৃঃ)

** "উত্তৰপৰীয়া ডফলা বহতীয়াইঁতে পৰে ৰকতীয়ালৰ মনজইক বৰজনা আই কুৱৰীদেৱে বৰবৰুৱা পাতি পঠোৱাত হে এই কেতবোৰ মানুহ লৈ গড়গাওঁ সোমাই ধনৰ গোলা চোৱাত গড়কাখৰীয়াই কুঠাৰ মাৰি দুৱাৰ ভাঙ্গি বহুত সোণ ৰূপৰ পেড়া নিলে। আৰু ভোগবৰীয়া, গোলাপৰীয়া, টুংচু, নাজিৰা, বেৰতীগঞা, লংকৰীয়া ইত্যাদি অনেক গোলাৰ ৰূপ সোণ নিলে। যি অৱশেষ আছিল তেওঁৰ লগৰ মানুহে নিলে। পাচে মোৱা-

আহি নামৰূকত জানিব পাৰিলে যে স্বৰ্গদেৱ পলাই গল। পাট কোঁৱৰ ৰজা হোৱা শুনি নৰাৰজা টিলাওলৈ (লুইত) আগবাঢ়ি আহিল। পাটকোঁৱৰে নৰাৰজাক তেওঁৰ পক্ষ লবলৈ জনালে। নৰা আৰু অসমৰ মানুহৰ সৈতে গঠিত ৰাজকীয় সৈন্যই হুকুম পথাৰত বিদ্ৰোহীৰ সৈতে ৰণ দিলে ; কিন্তু ৰণত পৰাস্ত হল। পাট কোঁৱৰে কনখাম্ কটকী আৰু লখুট ফুকনক চাৰি হাজাৰ মানুহৰ সৈতে বিদ্ৰোহীৰ লগত যুদ্ধ কৰিবলৈ পঠালে। ছমাহ ধৰি জয়-পৰাজয় নোহোৱাকৈ যুদ্ধ চলিল।

স্বৰ্গদেৱৰ ৰৰপুত্ৰ কেন্দুগুৰিত কোঠ দি বল। এই ৰাজকুমাৰৰ সৈতে পাট কোঁৱৰৰ বিবাদ হল। পাটকোঁৱৰে তেওঁৰ বৰ বৰুৱাক পঠাই টিপামৰ পৰা এদল সৈন্য সংগ্ৰহ কৰাই আনি দাৰিকাত কোঠ মৰালে। তেনেতে মনজয় বৰ বৰুৱাই পুনৰ মায়ামৰীয়াৰ লগত ৰণ দিলে ; কিন্তু ৰণত ঘাটি পলাই গল। পাট কোঁৱৰ দৰিকালৈ গল। মায়ামৰীময়াই তেওঁক তাত বেঢ়ি ধৰিলে। তেওঁ পলাই যাওঁতে নিহত হল। * তেওঁ ছমাহ ৰাজ্য চলাইছিল।

সকলোৱে গঢ়মিল কৰি পাটকোঁৱৰৰ ৰৰপুত্ৰক ৰজা বুলি স্বীকাৰ কৰি, দিখৌৱেদি উজাই গৈ ৰৰ ঘাটত কোঠ মাৰি বল। নৰাৰজা আগ বাঢ়ি আহিল ; কিন্তু যুদ্ধ কৰিবলৈ এৰি দিলে। ১৭৮৬ খৃ: ত বুঢ়া-গোঁহাই, বৰগোহাঁই আৰু দিহিঙীয়াৰ পানী ফুকনে দাৰিকাত কোঠ মাৰিলে। মায়ামৰীয়াই তৎক্ষণাত সেই কোঠ অৱৰোধ কৰিলে। তাৰ ফলত আকাল হল। ঘোৰা, হাতী আদিকো মাৰি খালে। মায়ামৰীয়াই কোঠ আক্ৰমণ কৰি বৰগোহাঁই, পানী ফুকন আদিক হত্যা কৰিলে ; কিন্তু লখন মৰকলীয়া বৰুৱাই বুঢ়া গোহাঁইক বচাবলৈ পলুৱাই নিলে।

---

মৰীয়াই পানী চকীত ৰণ কৰি পুৰণিমেলীয়া ভোগাই নেওগক মাৰি গড়গাওঁ সোমাই মণ্ডইক ভঙাই নগৰ জুই দিলে। মানুহে বহুত কাটিলে।" (সাতসৰী অসম বুৰঞ্জী। ১৫৬-৫৭ পৃ:)

* "পাচে শিৱসাগৰত কোঁঠ দি সেই কোঁঠত পাট কোঞৰ সোমালত কোনোবা দুষ্টে কোঁঠৰ পৰা উলিয়াই নিখন কোঠালৈ নিওতে বাটতে কাটিলে। পাচে কোঁঠ ভাগি সকলো প্ৰাণী গুচি গল।" ( সাতসৰীঅসম বুৰঞ্জী। ১৫৭ পৃ:)

০ তেওঁ বচাত এটা কোঠ •ধৰালে। সকলোৱে বুঢ়া গোহাঁই পক্ষ ললে। আবৰ ণইকীয়াই বিদ্রোহ কৰাত তেওঁক হত্যা আৰু অপৰা কোঁৱৰে অপৰাধ লগোৱাত তেওঁৰ চকু কঢ়া হল। সেই বছৰতে কালীমন অভয়পুৰীয়া ৰাজখোৱাই চক্ৰাইত কোঠ ধৰাই পাট কোঁৱৰৰ ধৰ পুত্ৰক অনি নিয়াই ৰজা পাতিলে। মায়ামৰীয়াই সেই কোঠ আক্ৰমণ কৰি ৰজাক হত্যা কৰিলে। কিন্তু, অভয়পুৰীয়া ৰাজখোৱা পলাই গল। মায়ামৰীয়াই গাওঁবিলাকৰ ঘৰ-দুৱাৰ, ভৰাল সকলো পুৰি ধ্বংস কৰিলে। ১৭৮৭ খৃঃত জৰকাত কৰ্ত্তা নামে এক খেকেৰি বেজৰ আবিৰ্ভাব হল। তেওঁ বহুত মানুহ গোটাইছিল আৰু তেওঁবিলাকক উপবাস কৰিবলৈ কৈছিল। মায়ামৰীয়াই আক্ৰমণ কৰি , তেওঁক হত্যা কৰিলে। * ৰালুক খেনুধৰীয়া নিজে ৰৰবৰুৱা হৈছিল ; কিন্তু বিহ খাই আত্মহত্যা কৰিলে। সেই সময়ত উজনি অসমত উত্তৰ আৰু দক্ষিণ পাৰে ভয়ানক আকালে দেখা দিলে। কথিত আছে যে এটেমি চাউলৰ দাম এটকা হৈছিল। জাতি ধৰ্ম্ম নিৰ্ব্বিশেষে বামুণকে আদি কৰি সকলোৱে সেই আকালত গৰু, মহ, ঘোঁৰা, কুকুৰ, গাহৰি আদিকো খাইছিল। বহুত মানুহ মৃত্যুৰ মুখত পৰিল আৰু বহুত পৰ্ব্বতে ভৈয়ামে আৰু অন্য দেশলৈ ভাগি গল। সেই সময়তে

---

“.....দিহিঙ্গীয়াৰ সৰুদেৱ বৰ বৰুৱা, নাওবৈচা ফুকন, বহুত দিহিঙ্গীয়া আহোমৰে গোট খাই ৰণ কৰাত দুয়োকো কাটিলে। ধৰপাত্ৰ গোহাঁঞে দিহিঙ্গীয়াৰ ভোলা সেনাপতিক ৰৰবৰুৱা পাতি পুতেক হেলনক চোলধৰা ফুকন, চেটিয়াৰ আৰবৰ চেকিয়াল ফুকন, কোঁঞৰ ধৰমক নেওগ ফুকন, মিৰি সন্দিকৈৰ গোবিন্দক ডেকা ফুকন, দিহিঙ্গীয়া নিয়াসাধা ফুকনৰ পুতেকক নাওবৈচা ফুকন, এইবোৰ সহিতে নগৰ ৰৰতি ৫০০ সহিতে যুদ্ধ দিয়াত মোৱামৰীয়া বেজমৰীয়াই ডাঙৰীয়াক মাৰিলে, তেওঁৰ পুতেকক মাৰিলে। পৰে কোঞৰ নেওঁগ ফুকনকো মাৰিলে আৰু আগে ৰাৰে ধৰৰ, বুধবাবীৰ, দুই মহন্তক ভকতে সহিতে কাটিলে। পৰে চৰাই মৰিয়া চাংমায়ে শিলা কুটি বৰুৱাৰ সহিতে যুদ্ধ দিয়াত সিহঁতক ভঙ্গালে। পাচে বুঢ়া গোহাঁঞি পানী ফুকনেৰে যুদ্ধ কৰি কোঁঠ ভঙ্গালে। বুঢ়া গোহাঁঞি পলাই সাৰিল। পানী ফুকনক কাঁঠীয়াই মাৰিলে। বৰগোহাঁঞি পলাই যাওঁতে বাটতে কাটিলে। (সাতসৰী অসম বুৰঞ্জী। ১৫৭-৫৮পৃ)

* “পৰে মোৱামৰীয়াই গৌৰীসাগৰ নাম ডাঙ্গত পানী ফুকন বুঢ়াগোহাঞিৰে দিন দিন যুদ্ধ কৰে। অভয়পুৰত চেকেৰি মহাজন গণকৰ কৰ্ত্তা ওলাই অভয়পুৰীয়াৰে যুদ্ধ কৰাত অভয়পুৰীয়া জিনিকে দুবাৰ। পৰে কৰ্ত্তাক মোৱামৰীয়াই মাৰিলে।” ( সাতসৰী অসম বুৰঞ্জী। ১৫৭ পৃঃ )

মায়ামৰীয়াই কলীয়া গোসাঁই আৰু বুদবাৰী মহন্তক হত্যা কৰিলে। সেই বছৰতে কেন্দুগুৰীয়া পোৱালি বৰপাত্ৰ গোহাঁয়ে কিছু মানুহ গোটাই উজাই গৈ ডিব্ৰুগড়ৰ অমৰাতলিত কোঠ মাৰিলে। তাতে মায়ামৰীয়াৰ সৈতে যুদ্ধ হল আৰু বৰপাত্ৰ গোহাঁই নিহত হল। তেনেতে এক লক্ষীমপুৰীয়াই নিজক গোভা ৰজা বুলি ঘোষণা কৰিলে। বুঢ়া গোহাঁয়ে এজন ঘৰফলীয়াক সেনাপতি পাতি তেওঁৰ বিপক্ষে পঠোৱাত তেওঁ পলাই গল।

চাৰণ আৰু চিকিৰিয়ে বৰনদী, বান্‌টুঙ, আৰু তিঙখাঙৰ বহুত মানুহ গোটাই পৰ্ব্বতৰ কাষত কোঠ মাৰি তাত বৰভোজ পাতি মায়ামৰীয়াৰ সৈতে যুদ্ধ দিবলৈ সাজু হল। মায়ামৰীয়াবিলাকে সেই কোঠ আক্ৰমণ কৰি পৰাজিত হল। তিৰুপলীয়া বাইলুঙ্‌ দাম ফুকন, সুন্দৰ আহোম টেকেলা, হৰুকুৰি বৰা, আৰু বিণ্‌কাণ তামুলীয়ে দইপটঙত মায়ামৰীয়াৰ বিপক্ষে কোঠ দি বল। তেওঁলোকে বহুত দিন নিৰাপদে আছিল।

কেন্দুগুৰীয়া বৰপাত্ৰ পোৱালি গোহাঁয়ে পেতফুটা দেওধাই চেঙ্গধোৱা ফুকনক ডেকা ফুকন পাতি মায়ামৰীয়াৰ বিপক্ষে যুঁজ কৰিবলৈ পঠালে। তেওঁ বহুত মানুহ গোটাই কোঠ মাৰি বল। মায়ামৰীয়াই তেওঁক বহুত দিন আক্ৰমণ কৰা নাছিল। তেওঁ ওচৰৰ গাওঁবিলাকত লুটপাত কৰিছিল। দিহিঙ্গীয়া গাওঁৰ হেলন ফুকনে নিজকে বৰবৰুৱা বুলি ঘোষণা কৰি পাঁচ খেল হাতীমুৰীয়া মানুহ গোটাই লাদৈগড়ৰ কাষত কোঠ দি বল। তেওঁও ওচৰৰ গাওঁবিলাকত লুটপাত কৰি পোহপাল গৈছিল। ধনুধৰীয়া গাওঁৰ ভকলাশিলা বৰবুঢ়াই নিজক বৰবৰুৱা বুলি ঘোষণা কৰি মায়ামৰীয়াৰ বিপক্ষে যুদ্ধ কৰিছিল। তেওঁও গাওঁবিলাক লুটপাত কৰিছিল। তেওঁ পুৰাহাটত কোঠ দি আছিল। নঙ্গঠা নামে এজনে কিছুমান বৰতিয়া গোটাই মায়ামৰীয়া সৈতে যুদ্ধ দিছিল; কিন্তু তেওঁও গাওঁ লুটপাত কৰিছিল। তাৰ, পাচত কিছুমান চেকনি কোৰোৱা ওলাই দেওপানী নৈৰ কাষত কোঠ মাৰি বল। তেওঁবিলাকে মাটিত চেকনি কোৰাই শত্ৰুক ভয় খুৱাইছিল। তেওঁবিলাকো বৰতিয়া হল আৰু কাকদোঙালৈ আগবাঢ়িল কিন্তু মায়ামৰীয়াই তেওঁলোকৰ সকলোকে হত্যা কৰিলে। মায়ামৰীয়াই লুটি-পুতি পোৱা সকলো বয় বস্তু আৰু ল'ৰা-ছোৱালী লগত লৈ

আহি যোৰহাটৰ কোঠ অৱৰোধ কৰিলে। অথ কলত কোঠৰ ভিতৰত খাদ্যৰ নাটনি হল। বুঢ়াগোহাঁয়ে ভৰালত ধান-চাউল, দাইল আদি গোটাই জোখ কৰি বাইজৰ,মাজত বিলাই দিয়াইছিল। তেওঁ মাজে মাজে কোঠৰ বাজ কৰি সৈন্য পঠাই মায়ামৰীয়াবিলাকক আক্ৰমণ কৰাইছিল। সেই অনুক্ৰমে যুদ্ধ দীঘলীয়াকৈ চলিছিল। চক্ৰাই মুখীয়া মোহন খেলৰ নাকুৰা, আৰু চাৰিঙ্গীয়া দেওধাই লেফেৰাই কিছু সৈন্য গোটাই বুঢ়াগোহাঁইক সহায় কৰিবলৈ আহিছিল। কিন্তু মায়া-মৰীয়াই বাটতে তেওঁলোকক হত্যা কৰিলে। কিছুমান কোঁৱৰ আৰু কিছুমান মঠনে পৃথক্ ভাৱে দুটা কোঠ মাৰি, মায়ামৰীয়াৰ সমুখ হৈ ৰল। তেনেতে ৰাণী, বেলতলা, মনিপুৰ আৰু লুকিৰ পৰা অহা সৈন্যবিলাকে বুঢ়াগোহাঁইৰ লগত যোৰহাটত যোগ দিলে। বুঢ়াগোহাঁয়ে তেওঁলোকক যুঁজলৈ পঠোৱাত তেওঁবিলাকে শিলৰ সাকোঁত কোঠ দি ৰল; কিন্তু, মায়া-মৰীয়াই, আক্ৰমণ কৰি তেওঁলোকক পৰাস্ত কৰাত সকলো ভাগি পলাই গল। * মায়ামৰীয়াবিলাকে গাওঁ-ভুই ভৰাল আদি জুই দি পুৰি, আবাল, বৃদ্ধ, বনিতা যাকে যতে পালে হত্যা কৰিলে। ৰাইজ বঙ্গদেশ, নৰা দেশ, দফলা পৰ্ব্বত আদিলৈ ভাগি গল আৰু কিছুমানে যোৰহাটত বুঢ়া গোহাঁইৰ আশ্ৰয় ললে। মায়ামৰীয়া বিলাকে মঠ, মন্দিৰ, মূৰ্ত্তি আদিও ধ্বংস কৰিবলৈ নেৰিলে। বুঢ়াগোহাঁইৰ কোঠ বাৰে বাৰে আক্ৰমণ কৰিও মায়ামৰীয়াবিলাক বিফল হল। বুঢ়াগোহাঁয়ে সকলো বিষয়াৰ সৈতে পৰামৰ্শ কৰি তুঙ্গুখাঙ্ পৰ্ব্বতৰ পৰা যোৰহাটৰ চৰাই পানী নৈৰ কাষেদি ধনশিৰী নৈলৈকে এটা গড় মাৰাই "মনেমাৰি গড়" নাম দিলে। মায়া-মৰীয়াবিলাকে অশেষ চেষ্টা কৰিও সেই গড় অতিক্ৰম কৰিব নোৱাৰাত তাৰ নাম দিলে "বিবুধি গড়"। মায়ামৰীয়াবিলাক ককদোঙা আৰু তাৰ পাচত দৈয়াং আৰু বচালৈ গল। তেওঁবিলাকে সেই অঞ্চলবিলাকৰ ঘৰ-দুৱাৰ পুৰি মানুহ-দুনুহ মাৰি খাত্তাং কৰিলে।

---

* "ইয়াৰ পৰে মণিপুৰীয়াই যুদ্ধ দিয়াত ৰণে নোৱাৰি পুনৰ স্বদেশলৈ গল। বুঢ়াগোহাঞি দীঘলা গোহাঞে পুনৰ দিচৈত কোঁঠ দি ৰলছি।" (সাতসৰী অসম বুৰঞ্জী। ১৫৮ পৃঃ)

স্বৰ্গদেৱ গৌৰীনাথ সিংহই এদল সৈন্যগোটাই ৰংপুৰত মায়ামৰীয়াবিলাকৰ লগত যুদ্ধ দিলে ; কিন্তু যুদ্ধত পৰাস্ত হৈ নগাঁৱলৈ গুচি গৈ তাতে কোঠ মাৰিছিল। স্বৰ্গদেৱে জোৰজবৰ কৰি ৰচদ পাতি গোটাব লগা হৈছিল। সেই কাৰণে এক ৰবাগী ৰজা আৰু পানীফলীয়া লাঙন বৰ বৰবৰুৱাই স্বৰ্গদেৱৰ কোঠ আক্ৰমণ কৰিলে। স্বৰ্গদেৱে আক্ৰমণ প্ৰতিৰোধ কৰিব নোৱাৰি গুৱাহাটীলৈ পলাই গল। স্বৰ্গদেৱে নানি অসমৰ বিষয়াসকলৰ সৈতে পৰামৰ্শ কৰি বুঢ়া চোটিয়া ফুকনক বৰফুকন পাতিলে আৰু সহায় খুজি কলিকতাত থকা ইষ্ট ইণ্ডিয়া কোম্পানীৰ গৱৰ্ণৰজেনেৰেললৈ কটকী পঠালে। লৰ্ড কৰ্ণৱালিছে ১৭৯২ খৃঃত (১৭৯১ খৃঃ আহোম বুঃ) কেপ্তেইন ৱেলছ আৰু লেফ্টেনেণ্ট মেক্‌গ্ৰেগৰৰ তলত ছয় কোম্পানী চিপাহী (এহেজাৰ ফিৰিঙ্গি চিপাহী—আহোম বুঃ) পঠালে আৰু তেওঁবিলাকৰ লগত ছাৰ্ভেয়ৰ এনছিন উড্ পত্নী সহ আহিল। স্বৰ্গদেৱ কোম্পানীৰ সৈন্যৰ সৈতে মহগড়লৈ উজাই আহিল। বুঢ়াগোহাঁয়ে স্বৰ্গদেৱক তাতে সেৱা জনাই ৰাজ্যৰ সকলো কথা জনালে। বুঢ়াগোহাঁয়ে লখন মৰফলীয়া বৰুৱাক কোম্পানীৰ সৈন্যৰে সৈতে আগবাঢ়ি যাবলৈ দিলে। বুঢ়া গোহাঁই কেপ্তেইনৰ সৈতে দিখৌয়েদি উজাই গৌৰীসাগৰত বলগৈ। তেতিয়া মায়ামৰীয়াবিলাক নামদাং শিলৰ সাঁকোত কোঠ মাৰি আছিল। ফিৰিঙি চিপাহীয়ে মায়ামৰীয়াৰ কোঠ আক্ৰমণ কৰাত মায়ামৰীয়াবিলাক যুদ্ধত হাৰি পলাই গল। স্বৰ্গদেৱ বুঢ়াগোহাঁই আৰু কেপ্টেইনৰ সৈতে ১৭৯৪ খৃঃৰ ২১ মাৰ্চ্চত ৰংপুৰ নগৰত প্ৰৱেশ কৰিলে। গোধা মটক বৰবৰুৱা চেৰেকা পাৰালৈ আগ বাঢ়ি আহিল। তেওঁ যুদ্ধত হাৰি উজনিলৈ পলাই গল।

চাৰ জ'ন ছো'ৰ ১৭৯৩ খৃঃত কোম্পানীৰ গৱৰ্ণৰ জেনেৰেল হৈ আহি, অন্য ৰাজ্যত হস্তক্ষেপ নকৰা নীতি গ্ৰহণ কৰি কোম্পানীৰ চিপাহীক ঘূৰি যাবলৈ আদেশ দিলে। সেই আদেশমতে কেপ্টেইনে ১৭৯৪ খৃঃৰ ২৫ মে' তাৰিখে ৰংপুৰ এৰি জুলাইৰ ৩ তাৰিখে কোম্পানীৰ ৰাজ্য পালেগৈ। কোম্পানীৰ সহায়ত স্বৰ্গদেৱে পুনৰ সিংহাসন লাভ কৰিলে ; কিন্তু পুলিন-পুথাওৰ ভাওাৰ কোম্পানীক শোধাই দিব লগা হল—সাত সাগৰ তেৰ নদীৰ সিপাৰৰ বেপেৰুৱা বগা বঙালে অসমৰ ৰহস্য লুকুকি নিলে, ছাৰ্ভেয়াৰ উডে অসমৰ

মান চিত্র তৈয়াৰ কৰি নিলে, কেপ্টেইন ৱেলছে অসমৰ আভ্যান্তৰিক অৱস্থা কোম্পানীৰ ঘৰ মুৰীয়াক জনাই, অসমত কি কৰিব লাগে পৰামৰ্শ দিলে, Dr. J. P. Wade চাহাবে অসমৰ বুৰঞ্জী লিখি নিলে, বিদেশী সৈন্যৰ লগত অহা আৰু খেতিয়ে অসম শিপাই পেলালে। স্বৰ্গদেৱে কোম্পানীৰ সুদক্ষ ফৌজ দেখি, সেই আৰ্হিৰে পল্টন গঠন কৰাইছিল।

কোম্পানীৰ সৈন্যাই অসম এৰি গল; কিন্তু ৰাজ্যত শান্তি স্থাপন নহল। ৰংপুৰৰ উজনিত মায়ামৰীয়াৰ প্ৰতিপত্তি থাকি গ'ল। সদিয়া অঞ্চল খামতিৰ দখলত ৰল আৰু নামনি অসমত কোম্পানী ৰাজ্যৰ ভাৰতীয়া বৰকান্দাজ বিলাকে যেযে টকা দিয়ে তেওঁৰ তলে কাম কৰিবলৈ গাত লৈ দেশত উৎপাত লগাবলৈ ধৰিলে। বিদ্ৰোহী বৰাগী ৰজা আৰু পানী কলীয়া লাহন বৰ-বৰুৱাক ধৰি হত্যা কৰা হল। বুঢ়া চেটিয়া ফুকনে বিদ্ৰোহ কৰাত স্বৰ্গ-দেৱৰ নতুনকৈ গঠিত হোৱা পল্টনে কেওঁক ধৰি আনি স্বৰ্গদেৱক শোধালে। স্বৰ্গদেৱে তেওঁক প্ৰাণ দণ্ড দিলে। ৰঙাচিলা দুৱৰাৰ ৰিপাই বৰফুকন হল। হৰদত্ত আৰু বীৰদত্তই কোচবেহাৰ আৰু বিজনী ৰজাৰ সহায়ত কছাৰী, পঞ্জাবী আৰু হিন্দুস্থানী চিপাহী লগতলৈ স্বাধীনতা ঘোষণা কৰিলে। সেই বিদ্ৰোহক দুমদুমীয়া বিদ্ৰোহ বোলা হৈছিল। সেই বিদ্ৰোহ সন্দিকৈ কলীয়া ভোমোৰা বৰফুকনে দমন কৰাত তেওঁ প্ৰতাপ বল্লভ নাম পালে। মায়ামৰীয়াৰ উৎপাতৰপৰা ৰক্ষা পাবলৈ স্বৰ্গদেৱে ৰংপুৰৰ পৰা যোৰ-হাটলৈ ৰাজধানী স্থানান্তৰিত কৰিলে। বিচক্ষণ বুদ্ধিসম্পন্ন, আত্ম নিৰ্ভৰ-শীল, অক্লান্ত কৰ্ম্মী, ৰাজনীতিজ্ঞ পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে ৰাজ্যত শান্তি বিস্তাৰ কৰাত মন দিলে। তেওঁৰ সেইকামত প্ৰধান সহায়ক আছিল বিচক্ষণ যোদ্ধা আৰু সুনিপুন কৰ্ম্মী কলীয়া ভোমোৰা বৰফুকন। দুয়োজন অক্লান্ত দেশ-সেৱকৰ কৰ্ম্ম নিপুনতাত স্বৰ্গদেৱ কমলেশ্বৰ সিংহৰ দিনত (১৭৯৫-১৮১০ খৃ:) ৰাজ্যত শান্তি বিস্তাৰ হল।

ভাৰত বিজয়ী মোগল ৰাজ শক্তিক পৰাস্ত কৰিব পৰা আহোম ৰাজ শক্তি অপৈনত যোদ্ধা মায়ামৰীয়া বিদ্ৰোহীৰ হাতত পৰাস্ত হল। হিলৈ, বৰতোপ হেঙ্গদাঙ্গ আদি অচল হল টাঙোন-টোকোন, দা আদিৰ আগত। এয়ে হৈছে "গছত গৰু উঠা, হোলোঙাৰে কাণ বিন্ধা" কথা। ইয়াকে কয়

"কালৰো কাল বিপৰীত কাল, হৰিণাই চেলেকে বাঘৰ গাল।" এই বিদ্ৰোহ অকল মায়ামৰীয়া বিলাকে কৰা নাছিল—অসমৰ সকলো জাতিয়েই বিদ্ৰোহত লিপ্ত আছিল। "কাকনো বুলিম কৰা, সকলোৰে দাড়ি চুলি পকা।" দুডাল, এডাল চুলি পকিলে উভালি পেলাব পাৰি; কিন্তু গোটেই মূৰটো বগা হলে উভালিব নোৱাৰি। সেয়ে হল অসমৰ অৱস্থা। পৰৰ শত্ৰুক চিনিব পাৰি, ঘৰৰ শত্ৰুক চিনিব নোৱাৰি। কোন শত্ৰু, কোন মিত্ৰ চিনিব নোৱাৰা হলে কাকো বিশ্বাস কৰিব নোৱাৰি। মায়ামৰীয়া কোনো বিশেষ সম্প্ৰদায় নহৈ এক বৈষ্ণৱ ধৰ্ম্মৰ এটি বিশেষ পন্থ হোৱাত মায়ামৰীয়া, অমায়ামৰীয়া চিনা টান হল। ৰাজসৈন্যৰ মাজত যে মায়ামৰীয়া নাছিল তেনে নহয়। ৰাজসৈন্যৰ সৈন্যাধ্যক্ষ সকলৰ মাজতো যে মায়ামৰীয়া নাছিল তেনেও নহয়। সেইসকলৰ "মুখে মৌ, পেতে গৰল।" সেই সকলে পঞ্চম বাহিনীৰ কাম কৰিছিল। ধৰ্ম্মভিৰু জাতিৰ মাজত ধৰ্ম্মৰ নামত মায়ামৰীয়া সকলৰ অলৌকিক শক্তি প্ৰচাৰ হল। সেই ঢৌৰ প্ৰভাৱত "বনৰ বাঘে নাখালেও মনৰ বাঘে খালে।" "ছাঁটোকে বাঘটো দেখিলে।" খেদিখোৱা ৰাজকোঁৱৰসকলে ৰজা হোৱাৰ সুবৰ্ণ সুযোগ দেখিলে। তেওঁলোকে "নিজৰ ভৰিতে নিজে কুঠাৰ মাৰিলে।" "হলা গছক সকলোৱে হেছোকে।" সেই কাৰণে "যি নাপাইছিল চৰণৰ ধূলি, সি মাতিলে কটাৰ পো বুলি।" ৰজা দুৰ্ব্বল হোৱাত মন্ত্ৰী, বিষয়াসকলৰ মাজৰ সম্বন্ধ শিথিল হল। ৰাজ্যৰ গুৰি ধৰোঁতা এক ৰাজমন্ত্ৰী বুঢ়া গোহাঁই বাহিৰে নোহোৱা হল। ৰাজকীয় সৈন্যক উৎসাহ, উদ্দিপনা দিওঁতা, ৰচদ পাতি যোগাওঁতা নোহোৱা হল। সৈন্যাধ্যক্ষসকলে ঠায়ে ঠায়ে মায়ামৰীয়াৰ সৈতে অকলসৰীয়াকৈ যুঁজিলে। তেওঁলোকক এক মিলিত শক্তিত পৰিণত কৰিবলৈ কোনো নাছিল। স্বাৰ্থই আগ ঠাই ললে। দেশ প্ৰম, স্বজাতি প্ৰেম স্বাৰ্থৰ আগত উটি গল। "পামৰ গালৈকে সামৰ।" এই হল নীতি বচন। বুঢ়াগোহাঁয়ে বিবুধি গড় মৰাই মায়ামৰীয়া বিলাকক আগ ভেটা দিয়াত তেওঁ বিলাক আগ বাঢ়িব নোৱাৰা হল। তাৰ পৰাই মায়ামৰীয়াৰ শক্তি অনুমান কৰিব পাৰি। যাহওক এই বিদ্ৰোহে মায়ামৰীয়া অমায়ামৰীয়া তথা অসমীয়াৰ অপূৰণীয় ক্ষতি সাধন কৰিলে। ৰাজ্যহল "ঢাকোন নোহোৱা চৰু" আৰু প্ৰজা হল "ৰথীয়া

নাহোৱা গৰু।" "ৰজা নাই পাটত, ধৰি কিলায় বাটত।" অবে সাধৰণি মাৰিবলৈ গৈ অচিন কাঠৰ ঠোৰা বগা ৰঙালক ঘৰ ঘৰত সুযুৱাই নিজ ইচ্ছাত বৰ ঘৰ লুৰুকি নিবলৈ দিয়া হল। "ভায়ে ভায়ে দন লাগে, পৰে পায় আশ। মতা তিৰোতাই দন লাগে ঘৰেই পৰবাস ॥" দেশ উচন হ'ল।

ওপৰত কৈ অহা হৈছে যে বেঙ মৰাত মায়ামৰীয়া সৰ্ব্বানন্দ সিংহ আৰু আৰু ৰংপুৰত মায়ামৰা মহন্ত ভৰথ সিংহ ৰজা হৈছিল। তেওঁবিলাক কোন চনত ৰজা হৈছিল সঠিক জনা নাযায়। ভৰথ সিংহৰ ৰাজ্য স্থায়ী নহল ; কিন্তু সৰ্ব্বানন্দ সিংহৰ ৰাজ্য বৃটিছৰ দিনলৈকে আছিল। তেওঁৰ ৰাজ্যই মটক ৰাজ্য নাম পাইছিল। বৰ্ত্তমানৰ তিনিচুকীয়াই আগৰ বেঙমৰা। দেশত অনাবৃষ্টি হৈ পানী নোহোৱাত সৰ্ব্বানন্দ সিংহই এটি পুখুৰী খনালে। সেই পুখঁৰীত পানী নোলাল ; কিন্তু পানী বিচাৰি ফুৰা অসংখ্য বেং পৰি মৰিল। সেই কাৰণেই পুখুৰীৰ নাম বেঙমৰা পুখুৰী হল। এই পুখুৰী বৰ্ত্তমানৰ তিন চুকীয়া টাউনৰ ৪০২ নং দাগত আছে। তাৰ পানীৰ কালি ৩//১৯ আৰু পাৰৰ কালি ৩১০ (৪০১ আৰু ৫৯৩ নং দাগ)। পুখুৰীৰ নাম অনুসৰিয়েই ঠাইৰ নাম বেঙ্মৰা হয়। বেঙ্মৰাতেই সৰ্ব্বানন্দ সিংহৰ ৰাজধানী আছিল। ৰাজধানীৰ গড়ৰ চিন তিনিচুকীয়া নগৰত এতিয়াও আছে। ৰাজধানী থকা এক অংশত ২০০৭, ২০১০,২০১৮ ২০৩৫, ২০৩৪, ২০৩৬, ২০১৪, ২০১৭, ২০১৫, ২০১৬, ২০৮৭, ২০১২, ২০১৩, ২০৩৭ আদি দাগৰ ৫৭/৪ মাটিত চেনেহীৰাম ডুঙ্গৰমল কাৰ্ম্মৰ ম্যাদি পটা আছে আৰু ২০০৪ চৰকাৰী দাগৰ ১৮ বিঘা মাটিত সপ্তাহিক বজাৰ বহে আৰু ফুটবল ফিল্ড আছে। সৰ্ব্বানন্দ সিংহৰ বৰ ঘৰুৱা গোধা গোপীনাথে আহোমক অনুকৰণ নকৰি এটি তিনচুকীয়া পুখুৰী খনায়। এই পুখুৰী ডিব্ৰুগড়ৰ পৰা তিনচুকীয়ালৈ গলে তিনচুকীয়া নগৰৰ মুখতে পায়। এই পুখুৰীৰ নাম অনুযায়ী সেই অঞ্চল তিনচুকীয়া নামে জনাজাত হোৱাত বেঙ্মৰা নাম তল পৰিল। বৰ্ত্তমান চৰকাৰে পুখুৰীৰ পাৰত পাৰ্ক পাতি পুখুৰীটো যত্নকৈ ৰাখিছে। সৰ্ব্বানন্দ সিংহৰ ৰাজ্যৰ পশ্চিম আৰু উত্তৰ সীমা ব্ৰহ্মপুত্ৰ, ডিব্ৰু আৰু ডাঙৰী নৈ দক্ষিণ সীমা বুঢ়ীদিহিং আৰু পূব সীমা চৈখোৱাৰ পৰা বুঢ়ি দিহিং নৈলৈ আছিল। এই ৰাজ্যখনো প্ৰায় তিনি চুকীয়াই আছিল।

অৰাজকতাৰ সুবিধা লৈ চিংফৌ বিলাকে এই ৰাজ্যত উৎপাত কৰিব আৰু ইয়াৰপৰা বন্দী-বেটী ধৰি নিব নোৱাৰিছিল। সেয়েহে চিংফৌবিলাকে এই খণ্ডক "মটক" অৰ্থাৎ "বলী" বুলিছিল। সেই নাম অনুসৰিয়েই ৰাজ্যৰ নাম আৰু তাৰ বাসিন্দাৰ নাম "মটক" হল। সেই সময়ত এই খণ্ডত মায়ামৰীয়াৰ সংখ্যাই অধিক আছিল। সেই কাৰণেই মায়ামৰীয়া বিলাকেই "মটক" নামে জনাজাত হল। ডিব্ৰুগড় মহকুমাৰ মায়ামৰীয়া সকলে নিজক "মটক "বুলিহে চিনাকি দিয়ে।

কিছুমান বুৰঞ্জীয়ে সৰ্ব্বানন্দ সিংহক মৰাণ বুলিছে। বৰ্ত্তমান ডিব্ৰুগড় মহকুমাৰ চাবুৱা পোলোঙা মৌজাৰ পোলোঙা গাৱঁত বাস কৰা সৰ্ব্বনন্দ সিংহৰ বংশধৰ শ্ৰীলক্ষেশ্বৰ গোহাঁয়ে আমাক জনায় যে তেখেত বিলাক "মৰাণ" নহয়, "বুৰক চুটিয়া"হে। আমি জনাত তেখেতসকলৰ মৰাণৰ লগত কোনো সামাজিক সম্বন্ধ নাই। আহোম ৰজাক অনুকৰণ কৰি সৰ্ব্বানন্দ সিংহই "স্বৰ্গদেৱ" উপৰি গ্ৰহণ কৰিছিল আৰু তেওঁৰ বংশধৰ সকলে আহোমক অনুকৰণ কৰি "গোহাঁই" উপাধি গ্ৰহণ কৰে। এইদৰেই খামটিৰ ৰাজবংশই আৰু অন্যান্য খামটি, ফাকিয়াল আদিয়ে "গোহাঁই" উপাধি গ্ৰহণ কৰে। পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে সৰ্ব্বানন্দ সিংহক "বৰ সেনাপতি" উপাধি দিছিল। সেয়েহে আজি তেওঁৰ বংসধৰ সকলে "সেনাপতি" নাইবা "গোহাঁই সেনাপতি" লিখে।

ভৰথসিংহই ১৭৯২ খৃঃৰ পৰা ১৭৯৭ খৃঃ লৈ আৰু সৰ্ব্বানন্দ সিংহই ১৭৯৪-৯৫ খৃঃত নিজ নিজ নামে মোহৰ মৰাইছিল। কোনোৱে কয় যে মায়ামৰীয়া ৰজাই আহোমৰ আহিৰে আঠ চুকীয়া মোহৰ নমৰাই ন-চুকীয়া মোহৰ মৰাইছিল। ন চুকীয়া মোহৰ কোন মায়ামৰীয়া ৰজাই মৰাইছিল বুৰঞ্জীত পাবলৈ নাই। এনে মোহৰ আমি নিজ চকুৰে দেখিবলৈ পোৱা নাই। যদি কোনোৰ হাতত তেনে মোহৰ আছে, তেনে তাৰ বিবৰণ প্ৰকাশ কৰি ৰাইজক জানিবলৈ দিলে পৰম বাধিত হয়। উত্তৰ লক্ষীমপুৰ মহকুমৰ লালুকৰ শ্ৰীশন্তৰাম গাওঁবুঢ়াৰ হাতত ১৯৪০-৪১ খৃঃত সৰ্ব্বানন্দ সিংহই মৰোৱা এটা আঠচুকীয়া ৰূপৰ-টকীয়া মোহৰ দেখা পাইছিলো। মোহৰৰ এপিঠিত আছে-"শ্ৰীশ্ৰীস্বৰ্গদেৱ সৰ্ব্বানন্দ সিংহ নাৰেন্দ্ৰস্য শাকে ১৭১৬" আৰু ইপিঠিত আছে-"শ্ৰীশ্ৰীকৃষ্ণ পাদপদ্ম মধু

মকৰন্দ-বৃন্দ মধুকৰস্য''। ১৯৫৫ কি ১৯৫৬ খৃ: ত ডিব্ৰুগড় মহকুমাৰ এখন বাগিচাৰ মাটিৰ তলত আহোম ৰজাৰ কিছুমান ৰূপৰ মুদ্ৰা ওলাইছিল। সেই মুদ্ৰাবিলাক সেই সময়ৰ উপযুক্ত শ্ৰীলক্ষেশ্বৰ শৰ্ম্মাই চৰকাৰৰ ঘৰলৈ পঠাই দিলে। সেই মুদ্ৰাবিলাকৰ মাজত ভৰথসিংহই মৰোৱা আঠচুকীয়া এটি আঠ অনীয়া মুদ্ৰা পাইছিলোঁ।

স্বৰ্গদেব কমলেশ্বৰ সিংহ ওৰফে চাও ছুহিঙ্ফাৰ দিনত (১৭৯৫-১৮১০ খৃ:) পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই কোম্পানীৰ আহিৰে কমা ফৌজ পঠাই ভৰতসিংহৰ ৰাজ্য পুনৰ আহোম সাম্ৰাজ্যত চামিল কৰিলে। * ভৰতসিংহ আৰু তেওঁৰ সেনাপতি ফোকাই যুদ্ধত পৰিল আৰু পীতাম্বৰ বন্দী হল। * আহোম সাম্ৰাজ্য মটক ৰাজ্যলৈকে বিস্তৃত হল।

---

* * ''লাক্নি নাতপ্লাও বা ১৭১৬ শকত (১৭৯৪খৃ: ), উত্তৰকোণে পুৰণিমটিয়া মটকে আমাৰ গাওঁ মাৰি বস্তু লুড়ি নিলে, আৰু ঘৰ-বাৰী জুই দি পুৰিলে। ''

(সাতসৰী অসম বুৰঞ্জী। ১৭১পৃ:)

''মটকৰ ভৰথী ৰজা। লাক্নি কাচেও বা ১৭২০-২১ শকত (১৭৯৮-৯৯ খৃ:), বেংমৰাত পুৰণি মটিয়া মটকে স্বৰ্গদেৱক দ্ৰোহ কৰি ৰণ উলিয়ালে। (বেংমৰাত সৰ্ব্বানন্দ সিংহ ৰজা হৈ থাকোতে ৰংপুৰত ভৰত সিংহ ৰজা হৈছিল। বেংমৰাত ভৰথী ৰজা নাছিল তেওঁ ৰংপুৰতহে আছিল। লি:) ভৰথী নামে ৰজা এটা ওলাল। ডেকা ফুকণ, কাম্পান গোহাঁই, ৰাজখোৱা হাজৰিকা, শইকীয়া, বৰা, ধনুধৰীয়া কাড়ী, ভমৰচিং চুৰাদাৰ, ৰাজপুখী ৰূপসিং, বীণাসিং, আৰু খেলুং, খেনবান, তিংখাং, মানচু, এই চাৰি গাৰঁৰ মানুহ, মোহণ ফকণ, দেওধাই, চেংখোৱা ফুকণ, বাইলুং, বামুণ, গনক আৰু কিছু বেজ মানুহক ৰণলৈ মাৰলৈ স্বৰ্গদেৱে আজ্ঞা কৰিলে। এইবোৰে দিনে ৰাতি গৈ বেংমৰা পালেগৈ। পুৰণি-মটীয়া মটকৰ ভৰথা ৰজা মটকে সৈতে কোঠৰ পৰা ওলাই আমাৰ সৈন্যেৰে সৈতে ৰণ ধৰিলে। এটাই ভৰথী ৰজালৈ বন্দুক টোৱাঁই গুলি দিলে, তাতে ভৰথী ৰজা মৰিল।''

(সাতসৰী অসম বুৰঞ্জী। ১৭৬ পৃ:)

* পীতাম্বৰ মহন্ত। —আতপাচে ভাল দিন বাৰ চাই বুঢ়াগোহাঁই ডাঙৰীয়াই ফুকণ, ৰাজ-খোৱা, হাজৰিকা, শইকীয়া, বৰা, ধনুধৰীয়া কাড়ী আৰু বৰুৱা এইসকলক একজগ কৰি গোটালে। এইসকলৰ সৈতে আৰু লগত ভমৰাচিং ১, ৰাজপুখীয়া ১, ৰূপসিং ১, বীনাসিং-১, হাতীমুৰীয়া পাঁচ খেল, নকুৰা মছাই ফুকণ ১, মেৰেলা দেওধাই ফুকণ ১, শিমলুগুৰীয়া ৰবৰাইলুং ১, আৰু কেচাবাইলুং ১, এইবোৰলৈ যাত্ৰা কৰি উজাই খেৰকটা মুখ পাই তাতে ৰহিলগৈ। তাতে থাকি বুঢ়াগোহাঁয়ে পুৰণি মটীয়া মটকৰ গাওঁ মাৰি নষ্ট কৰিলে। মটকক জীয়াই জীয়াই ধৰি সিহঁতৰ ধন, সোণ, ৰূপ আৰু অন্যবস্তু পাই লুড়ি আনিলে। বুঢ়াগোহাঁয়ে মটকক লুড়ি অনা বস্তু মানে নাৱত ভৰাই সৈন্যে সহিতে খুটিয়াপোতালৈ আহিল। তাতে পীতাম্বৰ মহন্তক পাই পুত্ৰ কণ্যা সহিতে ধৰি আনিলে। আতপাচে

যুদ্ধত বন্দী কৰি অনা মায়ামৰীয়া বিলাকক স্বৰ্গদেৱে ঢুটিয়া পোতাত (যোৰহাটৰ ওচৰত) আৰু মায়ামৰীয়াৰ লগ এৰি স্বৰ্গদেৱৰ লগ লোৱা কছাৰীবিলাকক বেবেজিয়াত (উত্তৰ লক্ষীমপুৰ) স্থাপন কৰিলে। সেই সময়তে কোনো এক বৰসেনাপতি আৰু শগুণকণিপৰা ৰজাৰ বিপক্ষে বুঢ়াগোহাঁই নিজে আগবাঢ়ি গৈ লোহিতৰ পাৰত বাসকটাত কোঠ মাৰি তেওঁবিলাকৰ বিপক্ষে সৈন্য পঠালে। যুদ্ধত বৰসেনাপতি গুলি লাগি মৰিল আৰু শগুণকণিপৰা ৰজা পলাই গল। বুঢ়াগোহাঁযে তেওঁলোকৰ চৌল ধ্বংস কৰি , সকলো বস্তু লৈ আহিল আৰু শগুণকণিপৰা ৰজাৰ চৌলত চাৰিজনী তিৰোতা পাই, মোহন ফুকন, দেওধাই ফুকন, বাইলুঙ্ ফুকন আৰু চুবেদাৰক একোজনীকৈ দিলে। * বৰ্ত্তমান দিক্ৰং নৈ

---

নাৱেৰে ভটিয়াই যোৰহাটলৈ উভতি আহিল। সেই ৰণত বুঢ়াগোহাঁযে বিস্তৰ দ্ৰব্য-আহিলা পালে, . কিছুদিনৰ পিচত বুঢ়াগোহাঁই ডাঙৰীয়াই পুৰণিমটীয়া মটকক ধৰিবলৈ খটিয়া পোতো আৰু জান খনা মুখলৈ একৌজ আৰু মহগড়লৈ একৌজ সেনা পঠিয়ালে। ৩১১।।"(সাতসৰী অসম বুৰঞ্জী। ১৭৪-৭৫ পৃ:)।

* "বৰসেনাপতি বধ:— লাক্নি খুতুঙ্গি বা ১৭১৭-১৮ শকত, (১৭৯৫-৯৬) পাত্ৰ মন্ত্ৰীসকলে সমালোচন হৈ শগুণ কণিপাৰা ৰজাৰে সৈতে মিত্ৰভাৱ হৈ ৰণ কৰা বৰসেনাপতিক ধৰিবলৈ সৈন্য পঠিয়াবলৈ যুগুতি কৰিলে। কিছুদিনৰ পিছত বুঢ়াগোহাঁয়ে মথন আৰু কোদো এই দুইক কলে, বোলে—'চিপাহী, চুবাদাৰ,ফুকণ, লেফেৰা দেওধাই ফুকণ, টেকা বৰবাইলুঙ, বামুণ বৰকটকী, বেজবৰুৱা, বামুণ গণক, আৰু দলৈ, এইবোৰক একেলগ কৰি গোটাব লাগে।' সেইদৰে সিবোৰক গোটালে। বুঢ়াগোহাঁই ডাঙৰীয়াই বিক্ষোৱাল পূজা পাতি দেৱতাসকলক তুষ্ট কৰিলে। আতপাচে বুঢ়াগোহাঁযে ভাল দিনবাৰ চাই উত্তৰে তিলাও বা লুহিত নৈৰ পাৰলৈ গল। আতপাচে বাচকটা পথাৰ পাই তাতে কোঠ দি ৰহিলগৈ। বৰসেনাপতিৰ সৈতে যুদ্ধ কৰিবলৈ আমাৰ এক ফৌজ সৈন্য পঠিয়ালে। বৰসেনাপতি ৰণত ঠাৱৰিব নোৱাৰি পলাই ডাঠ হাবিত সোমালগৈ। আমাৰ সৈন্যই তাক ধৰিবলৈ পাচে পাচে খেদি গ'ল। এটা চুবাদাৰে বৰসেনাপতিলৈ গুলি মাৰিলে, সেই গুলি সেনাপতিৰ গাত লাগিল, তাক টানি আনি বুঢ়াগোহাঁইৰ আগত থলেনি। বুঢ়াগোহাঁয়ে সেনাপতিক মৰালে। ৩০৮।।"

"শগুণ কণিপাৰা ৰজা। —শগুণ কণিপাৰা ৰজাৰ ধান আৰু আন বয় বস্তু থোৱা ভৰালবোৰ আমাৰ সৈন্যই আগুৰি লৈ অধিকাৰ কৰিলে। শগুণ কণি পাৰা ৰজা পলাই সাৰিল। তাৰ সম্পত্তি আৰু ঘৰ-ঘৰোৱাহ মানুহ আমাৰ সৈন্যৰ হাতত পৰিল। ৰজাৰ চাৰিজনী জীয়েকো আমাৰ সেনাৰ হাতত পৰিল। বুঢ়াগোহাঁই ডাঙৰীয়াই তাৰে এজনীক দিলে মহাই ফুকনক, এজনী দেওধাই ফুকনক, এজনী বৰ বাইলুঙক আৰু এজনী চুবাদাৰক দিলে। ......।৩০৯।।" (সাতসৰী অসম বুৰঞ্জী। ১৭৩-৭৪ পৃ:)

উত্তৰ লক্ষীমপুৰ মহকুমাৰ বিহপুৰীয়া মৌজাৰ মাজে যি সুঁতি বৈ গৈছে সেই সুঁতিৰ নাম অতীজত শগুণ সুঁতি আছিল। সম্ভৱ শগুণকণিপৰা ৰজা সেই অঞ্চলতে আছিল।

১৮০৫ খৃঃ ত সৰ্ব্বানন্দ সিংহই মায়ামৰীয়া মৰাণৰ সৈতে লগলাগি পুণৰ আহোম ৰাজশক্তিৰ বিপক্ষে উঠিল। তেওঁ ৰামনাথ বৰবৰুৱাক পঠাই অসমৰ বিপক্ষে দুবাৰ মান অনাইছিল। অসমলৈ প্ৰথম মান আনোতা বদনচন্দ্ৰ বৰফুকন নহয়; কিন্তু স্বয়ন্তুৰজা সৰ্ব্বানন্দ সিংহহে। ৰাজমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াৰ তীক্ষ্ম দৃষ্টি আৰু কুট- কৌশলত মানসেনাক দুয়োবাৰ হাত কৰা হল। বহটিয়া টিঙত মায়ামৰীয়া-মৰাণ পৰাস্ত হৈ হোলোঙা গুৰিলৈ পলাই গল। বাৰিষা খোৱা বস্তুৰ অভাৱ হোৱাত তেওঁ বিলাক স্বৰ্গদেৱৰ শৰণাপন্ন হল। স্বৰ্গদেৱে তেওঁবিলাকক খিলামৰাত (উত্তৰ লক্ষীমপুৰ মহকুমাত) স্থাপন কৰিলে। বুঢ়াগোহাঁয়ে মটক ৰাজ্য হস্তগত কৰিব নোৱাৰি, বিদ্ৰোহীৰ প্ৰতি কোমলতা প্ৰকাশ কৰি, তেওঁলোকৰ ৰজাক বৰ সেনাপতি উপাধি দি, ব্ৰহ্মপুত্ৰ আৰু বুঢ়ীদিহিং নৈৰ মাজৰ ভূখণ্ডত (বৰ্ত্তমানৰ ডিব্ৰুগড় মহকুমাৰ দক্ষিণ ভাগৰ অধিক অংশত) স্থাপন কৰিলে। বৰ সেনাপতিয়ে এই ভূখণ্ডৰ প্ৰজাবিলাকৰ পৰা খাজনা আদায় কৰি, স্বৰ্গদেৱক শোধাবলৈ গাত ললে। কোনো কোনোৱে কয় যে সৰ্ব্বানন্দ সিংহই তেওঁৰ পুতেক মাটিবৰক তেওঁৰ সৈন্য দলৰ বৰ সেনাপতি পাতিছিল। যদি সেয়ে হয় তেনে বুঢ়াগোহাঁই ডাঙৰীয়াই মাটিবৰৰ "বৰ-সেনাপতি" উপাধি স্বীকাৰ কৰি লৈছিল। ১৮৮১ খৃঃ ত বৃটিছ বিষয়া-সকলে ভাৰত গৱৰ্ণমেণ্টলৈ দিয়া ৰিপৰ্টত "সৰ্ব্বানন্দ বৰ সেনাপতি" বুলি উল্লেখ কৰিছিল। এতেকে পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে পতা বৰসেনাপতি সৰ্ব্বনন্দ সিংহহে।

১৮১৬ খৃঃ ৰ শেষ ভাগত বদনচন্দ্ৰ বৰফুকনে পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ বিপক্ষে অসমলৈ মান আনিলে। ৰাজ্য ৰক্ষাৰ উপায় নেদেখি বুঢ়াগোহাঁয়ে কালহিৰা চেলেকি আত্ম-হত্যা কৰিলে। স্বৰ্গদেৱ চন্দ্ৰকান্ত সিংহই পূৰ্ণানন্দৰ পুতেক ৰুচিনাথক ৰাজমন্ত্ৰী বুঢ়াগোহাঁই পাতিলে। স্বৰ্গদেৱক ৰুচিনাথে বিপদত এৰি গুৱাহাটীলৈ পলাই গল। বদনে ৰাজধানী অধিকাৰ কৰি

স্বৰ্গদেৱ চন্দ্ৰকান্ত সিংহকে পুণৰ ৰজা পাতি নিজে মন্ত্ৰী হৈ ৰুকন হল আৰু বৰ্ম্মা ৰজালৈ বগা কোঁৱৰৰ জীয়েক হেমো আইদেউক বিয়া দিলে। ৰাজমাও-দেওতাই ধনী বৰবৰুৱাৰ সৈতে মন্ত্ৰণা কৰি হিন্দুস্থানী চিপাহী ৰূপসিং বঙালৰ হতুৱাই বদনক গুপ্তভাবে হত্যা কৰালে আৰু ৰুচিনাথক মাতি পঠালে। ৰুচিনাথে স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহৰ পৰিনাতি ব্ৰজনাথ গোহাঁ-ইক ৰজা বুলি ঘোষণা কৰি ১৮১৮ খৃঃৰ ফেব্ৰুৱাৰী মাহত ৰাজধানী দখল কৰিলে। স্বৰ্গদেৱ চন্দ্ৰকান্ত সিংহ পলাই গল। ৰুচিনাথে ব্ৰজনাথৰ পুতেক পুৰন্দৰক ৰজা পাতিলে। চন্দ্ৰকান্ত সিংহই আলুমিঙ্গিৰ তলে মান আনি ১৮১৯ খৃঃ ত পুনৰ্ব সিংহাসন আৰোহন কৰিলে। পুৰন্দৰ সিংহ আৰু ৰুচিনাথ পলাই গল। মানে পাতাল নামে এজন কছাৰীক * (কোনোৱ মতে চুটিয়া) বৰবৰুৱা পাতি, কিছুমান মানসেনা অসমত থৈ অসম লুটি ধন সম্পত্তি লৈ দেশলৈ গল। চন্দ্ৰকান্ত সিংহই বিদ্ৰোহী সৰ্ব্বা-নন্দ সিংহৰ পুতেক কলিবৰক বুঢ়াগোহাঁই খেলত ভুক্ত কৰি, মন্ত্ৰী বুঢ়া-গোহাঁই পাতিলে। এইষৰ বুঢ়াগোহাইৰ ফৈদক "মটক" বুলি বুঢ়াগোহাঁইৰ খেলত ভুক্ত কৰা হল। যি সৰ্ব্বানন্দ সিংহই ৰাজদ্ৰোহ কৰিছিল, সেই সৰ্ব্বানন্দ সিংহক স্বৰ্গদেৱ কমলেশ্বৰ সিংহৰ দিনত পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে "ৰৰসেনাপতি "পাতি মটক খণ্ডত খাজনা তুলিবলৈ দিলে আৰু স্বৰ্গ-দেৱ চন্দ্ৰকান্ত সিংহই সৰ্ব্বানন্দ সিংহৰ পুতেক কলিবৰক বুঢ়াগোহাঁইৰ খেলত ভুক্ত কৰি, মন্ত্ৰী পাতিলে। এনে পটন্তৰে শত্ৰুৰ প্ৰতি আহোম সকলৰ উদাৰতা আৰু যোগ্যতাক পুৰস্কৃত কৰা বুজায়। যি বিশ্বাসত স্বৰ্গদেৱ চন্দ্ৰকান্ত সিংহই কলিবৰক মন্ত্ৰী বুঢ়াগোহাঁই পাতিছিল, সেই বিশ্বাস কলিবৰে অটুত ৰাখিলে।

স্বৰ্গদেৱে মানৰ সহায়ত সিংহাসন পালেও মানৰ পাশৱিক কাৰ্য্যক সমৰ্থন কৰা নাছিল। তেওঁ ভৱিষ্যতে মানে অসম আক্ৰমণ কৰিব নোৱাৰাকৈ পাতাল বৰবৰুৱাৰ হতুৱাই জয়পুৰৰ সিপাৰে মান অহা বাট দীঘলি ঘাটত গড় মৰাইছিল। সেই কাম কৰোঁতে পাতাল বৰবৰুৱাই

* "আতপৰে স্বৰ্গদেৱে পতাল নামে কছাৰী এটাক বৰবৰুৱা পাতিলে।" (সাতসৰী অসম বুৰঞ্জী। ১৯১ পৃঃ)

জয়পুৰৰ ওচৰত নগৰ পাতি আছিল। সেই নগৰৰ চিন আজিও আছে আৰু বৰ্ত্তমান "পাতলাং" নগৰ নামে জনাজাত। গড় মৰা কাৰত কিছুমান, মান সৈন্যও খটোৱা হৈছিল। মানসেনাই স্বৰ্গদেৱৰ মনোভাব বুজি, সেই কথা মান ৰজাক গুপুতে জনোৱালে। তেনেস্তে মান ৰজাৰ পৰা স্বৰ্গদেৱলৈ ৰাজযোগ্য উপহাৰ আদি লৈ অহা মিঙ্গিমাহা তিলোৱাই বাটত গড় দেখি স্বৰ্গদেৱৰ অভিপ্ৰায় বুজিব পাৰি পাতাল বৰবৰুৱাক হত্যা কৰিলে। মানে হঠাৎ ৰাজ্য আক্ৰমণ কৰাত স্বৰ্গদেৱে কলিবৰ বুঢ়াগোহাঁইক ৰাজ্য ৰক্ষাৰ ভাৰ দি ভটিয়াই গল। মান সেনাপতিয়ে যুদ্ধত বুঢ়াগোহাঁইক পৰাস্ত কৰি হত্যা কৰিলে। ৰাজপাটত কাকো নাপায় মান সেনাপতিয়ে (মিঙিমাহা বন্ দুলা-আহোম বু: ) হেম্ৰোআইদেউৰ ককায়েক যোগেশ্বৰ সিংহক ১৮২১ খৃ: ত আহোম ৰাজ সিংহাসনত বহুৱালে। কলিবৰৰ যি পৰিয়াল যোৰহাটলৈ উঠি গৈছিল, সেই সকলোকে মানে হত্যা কৰিলে। কিন্তু তেওঁ মটকত এৰি যোৱা পৰিয়ালৰ বংশধৰসকল আজিও আছে।

মানে আহোম সাম্ৰাজ্য আক্ৰমণ কৰাৰৰ সময়ত মটক খণ্ডত সৰ্ব্বানন্দসিংহৰ পুত্ৰ মাটিবৰ বৰসেনাপতি স্বৰ্গদেৱৰ কৰতলীয়া ৰজা আছিল। মটক ৰজাই স্বৰ্গদেৱক হাতী দাঁত, মুগা-কাপোৰ আদিৰে কৰ শোধাইছিল। বৃটিছৰ দিনত মি: হোৱাইত ৰ(Mr. White)আগত ৰংপুৰ আৰু যোৰহাটত কোৱা হৈছিল যে মটক ৰজাই স্বৰ্গদেৱক বছৰি ১০,০০০৲ টকা কৰ শোধাইছিল। এই কথা মাটিবৰ বৰসেনাপতিয়ে সম্পূৰ্ণৰূপে অস্বীকাৰ কৰিছিল। মটক ৰাজ্যৰ উত্তৰ আৰু পশ্চিমে ব্ৰহ্মপুত্ৰ, দক্ষিণে বুঢ়ীদিহিং আৰু পূবে কুণ্ডিল নদীৰ মুখৰপৰা বুঢ়ী দিহিঙলৈ আছিল। আৰু তাৰ কালি প্ৰায় ১৮০০বৰ্গ মাইল। ১৮২৬ খৃ: ত মটক ৰাজ্যৰ লোকসংখ্যা প্ৰায় ৯৬,০০০ জন আছিল। ৰঙাগড়া (তিনি চুকীয়াৰ পৰা প্ৰায় পাঁচ মাইল উত্তৰে) এই ৰাজ্যৰ ৰাজধানী আছিল বুলি "The Annexation of Assam" ত ড: ৰেৱতী মোহন লাহিড়ি,M.A,B.L,D.phil দেৱে উল্লেখ কৰিছে।(৩৬পৃ:) আমি জনাত আৰু মটক ৰাজ্যৰ সকলোৰে মতে ৰেঙমৰা ওৰফে তিনিচুকীয়াত হে মটক ৰাজ্যৰ ৰাজধানী আছিল। মটক ৰাজ্যৰ পশ্চিম

খণ্ডৰ পৰা বছৰি ১২,০০০৲ খাজনা আদায় হৈছিল। কিন্তু পূব খণ্ডৰ পৰা অৰ্থাৎ চিংফৌবিলাকে অধিকাৰ কৰা এলেকাত লাগি থকা খণ্ডৰপৰা বৰসেনাপতিয়ে টকাৰে খাজনা আদায় নকৰি হাতী-দাঁত, মচলা আৰু ধানেৰে খাজনা আদায় কৰিছিল। বৰসেনাপতি চালাক, উদ্যোগী,সবল, কাৰ্য্যক্ষম আৰু সাজপাৰত সাধাৰণ কিন্তু মাত-কথাত ছটা আছিল। মিঃ ৰবাৰ্ট ব্ৰুচৰ মতে বৰসেনাপতি সদায় অসন্তোষীয়া আৰু যেই কোনো গোপনীয় বিদ্ৰোহত যোগ দিবলৈ সাজু আছিল ; কিন্তু কেপ্টেইন হোৱাইটৰ মতে তেওঁ বিশ্বাসী আছিল। মানে অসম আক্ৰমণ কৰোঁতে তেওঁ আক্ৰমণ-কাৰী বিলাকক খাদ্য আৰু মজদুৰ দি সহায় কৰিছিল কিন্তু সৈন্য দিয়া নাছিল আৰু এজন মান কটকী তেওঁৰ ৰাজদৰবাৰত ৰাখিছিল। তেওঁৰ বংশধৰ সকলে কয় যে তেওঁ এজনীজীয়াৰী মান ৰজালৈ বিয়া দিছিল আৰু সেই জীয়াৰীৰ বংশ ব্ৰহ্ম- দেশত এতিয়াও আছে।

যোগেশ্বৰ সিংহ মান সেনাপতিৰ হাতৰ পুতলা মাত্ৰ আছিল। মান অসমৰ ভাগ্য বিধাতা হল। মানে অসম চাৰখাৰ কৰিলে। আহোম সাম্ৰাজ্য পাৰ হৈ মানে বৃটিছ ইষ্ট ইণ্ডিয়া কোম্পানীৰ ৰাজ্যত প্ৰবেশ কৰাত বৃটিছে মানৰ বিপক্ষে যুদ্ধ ঘোষণা কৰি, অসমৰ পৰা মানবিলাকক খেদি, ব্ৰহ্মদেশৰ কিছু অংশ অধিকাৰ কৰিছিল। মান ৰজাই উপায় নাপাই, ১৮২৬ খৃঃৰ ২৪ ফেব্ৰুৱাৰীৰ দিনা ইয়াণ্ডাবুত বৃটিছৰ লগত সন্ধি স্থাপন কৰি, "বেতনিত ওঁপৰিল বাসুদেবায় নমঃ।" বুলি অসম বৃটিছক দি দিলে আৰু বৃটিছেও "যথালাভ" ভাবি, সাদৰৰে গ্ৰহণ কৰিলে। "চোৰে চোৰে পিতল বাতিলে।" স্বৰ্গদেৱৰ লগত কোনো কথা পৰামৰ্শ কৰা উচিত বিবেচনা নকৰিলে। "চকুক সুধি চাউল সিজোৱা" নহল।

ইয়াণ্ডাবু সন্ধিৰ পাচত বৃটিছে ১৮২৬ খৃঃৰ ১৩ মে' তাৰিখে বৰসেনাপতিৰ লগত এক সন্ধি ( Agreement of allegiance to the British Government No. C. dt. 13.5. 1826) স্থাপন কৰিলে। সেই সন্ধিমতে বৰসেনাপতিয়ে বৃটিছৰ বশ্যতা স্বীকাৰ কৰাত বৰসেনাপতিক মটক খণ্ডৰ অধিনায়ক পাতিলে। বৰসেনাপতিয়ে যুদ্ধ আৰু শান্তিৰ সময়তো বৃটিছক

৩০০ সৈন্য দি সহায় কৰিবলৈ গাত ললে ; কিন্তু বৃটিছে এবাৰত ১০০ সৈন্যহে নিব পাৰিব। তাৰ বাহিৰে বৰসেনাপতিয়ে বৃটিছক একো দিব নালাগিছিল, কিন্তু বৃটিছৰ এলেকাৰ পৰা উঠি গৈ তেওঁৰ এলেকাত বাস কৰা প্ৰজাৰ পৰা পাইকাৰী কৰ আদায় কৰি দিব লাগিছিল। সেই উদ্দেশ্যে এজন বৃটিছ বিষয়া তেওঁৰ ৰাজ্যত ৰখা হৈছিল। বৰসেনাপতিক সৰু সৰু দেৱানী আৰু ফৌজদাৰি মকৰ্দ্দমা সুধিবলৈ ক্ষমতা দিছিল আৰু পলিটিকেল এজেণ্টে ৫০ টকাৰ ওপৰৰ চুৰি, হত্যা, ডকাইতি, গুৰুতৰ জখম আদিৰ মকৰ্দ্দমা সুধিছিল। এই বন্দবস্ত মতে কাম সুবিধাজনক নহৈছিল।

মটক ৰাজ্যৰ পূবে পাটকাই পৰ্ব্বতলৈকে চিংফৌবিলাক সিচঁৰতি হৈ বাস কৰিছিল। মানৰ আক্ৰমণৰ সুবিধা লৈ চিংফৌবিলাকে মটক ৰাজ্যৰ পূব খণ্ডত লুটপাত কৰিছিল আৰু মানুহ ধৰি নি হয় ব্ৰহ্মদেশত দাস হিচাবে বিক্ৰি কৰিছিল নহয় নিজৰ দাস হিচাবে ৰাখিছিল। তেওঁবিলাকৰ কোনো ৰজা নাছিল, কিন্তু তেওঁলোকৰ একোটিহঁত পৃথক খেল একোজন নায়ক বা গামৰ তলত আছিল। তেনে গামৰ সংখ্যা প্ৰায় আঠাইশজন আছিল। তেওঁবিলাকে খেতি-বাতি, বেপাৰ-বাণিজ্য আদি একো নকৰিছিল আৰু শাৰীৰিক পৰিশ্ৰমক ঘিণ কৰিছিল। দাসবিলাকেই তেওঁবিলাকৰ প্ৰধান সম্পত্তি আৰু লুটপাতেই প্ৰধান ব্যৱসায় আছিল। কেপ্তেইন নিউফ্‌ভাইলে ১৮২৫ খৃঃত চিংফৌবিলাকৰ লগত ভালেমান খণ্ডযুদ্ধত জয়লাভ কৰি বহুত দাসক মুক্তি দিলে। অৱশেষত তেওঁবিলাকৰ ষোলজন গামে বৃটিছৰ বশ্যতা স্বীকাৰ কৰি ১৮২৬ খৃঃৰ মে' মাহত এটি চুক্তি কৰিলে আৰু বাৰজন গাম পলাই গল। সেই চুক্তিমতে চিংফৌবিলাকে ব্ৰহ্মদেশৰ ৰজা বা অন্য কোনো বিদেশীৰ লগত সকলো সম্বন্ধ ছেদ কৰিব, বৃটিছ সৈন্যক বিদেশীৰ লগত যুদ্ধ হলে ৰচদ যোগাব আৰু পাটকাই পৰ্ব্বতৰ পূবৰ পৰা আক্ৰমণকাৰী আহিলে বৃটিছক জনাব লাগিব। চিংফৌবিলাকক নিজৰ নিজৰ এলেকা তেওঁলোকৰ ৰীতি অনুসৰি শাসন কৰিবলৈ দিয়া হল আৰু তেওঁলোকে তাৰ পৰিৱৰ্ত্তে কেৱল বৃটিছৰ বশ্যতা স্বীকাৰ কৰিব লাগিছিল আৰু কোনো কৰ দিব নালাগিছিল। কিন্তু ধৰি নিয়া দাসবিলাকক—বৃটিছৰ

লগ লোৱা প্ৰথম দুজন গামৰ বাহিৰে—এৰিদিৰ লগা হৈছিল। আনহাতে বৃটিছবিলাকে তেওঁবিলাকক ৰক্ষা কৰা ভাৰ লৈছিল আৰু তেওঁবিলাকে যাতে চুক্তি ৰক্ষা কৰে সেই অৰ্থে তেওঁবিলাকৰ ওচৰ সম্বন্ধীয়া কিছুমান জামিন ৰখা আৰু তেওঁবিলাকৰ শিক্ষাৰ ব্যৱস্থা কৰা হৈছিল।

টানত পৰি বৃটিছৰ বশ্যতা স্বীকাৰ কৰিলেও চিংফৌবিলাক অসন্তুষ্টীয়া আছিল আৰু সুবিধা পালেই বৃটিছৰ বশ্যতা দলিয়াই পেলাবলৈ সাজু আছিল। খামটিৰ ৰণুৱা গোহাঁই আৰু চিংফৌৰ ৱাকুন্-খুন্ফুন ( Wackun Khoonfun ) দুয়ো গোটখাই চিংফৌ বিদ্ৰোহ কৰিছিল। বিদ্ৰোহী দলে খাচি বিদ্ৰোহী আৰু স্বৰ্গদেৱ চন্দ্ৰকান্ত সিংহৰ লগতো যোগাযোগ কৰিছিল। সেই বিদ্ৰোহত প্ৰায় সকলো চিংফৌ গামৰ দেখুৱাই নহলেও তলে তলে যোগ আছিল আৰু বৰসেপাপতিও তাত লিপ্ত আছিল বুলি সন্দেহ কৰা হৈছিল। বৰসেনাপতি আৰু সদিয়াখোৱা গোহাঁই কেপ্তেইন নিউফ্ভাইলৰ লগত ১৮৩০ খৃঃৰ ফেব্ৰুৱাৰী মাহত সদিয়াত যোগ দিলে। কেপ্তেইনে তেওঁলোকৰ আৰু কিছুমান চিংফৌ গামৰ সহায়ত ১৮৩০ খৃঃৰ মাৰ্চ্চ মাহত চিংফৌ বিদ্ৰোহীক সম্পূৰ্ণৰূপে দমন কৰিলে।

১৮৩৩ খৃঃত উজনি অসম স্বৰ্গদেৱ পুৰন্দৰ সিংহক কৰতলীয়া ৰূপে বৃটিছে শাসন কৰিবলৈ দিলে। সেই সময়তে ৰঙাগড়াত ৰখা বৃটিছ কৰ্ম্ম-চাৰীৰ পদ উঠাই দিয়া হল। স্বৰ্গদেৱ পুৰন্দৰ সিংহই তেওঁৰ ৰাজ্যৰপৰা উঠি যোৱা পাইকবিলাকৰ পাইকাৰী কৰ উঠাবৰ কাৰণে সেই বৃটিছ কৰ্ম্মচাৰী-জনৰ পদ উঠাই নিদিবলৈ আবেদন কৰিছিল ; কিন্তু বৃটিছ গৱৰ্ণমেণ্টে তেওঁৰ আবেদন ৰক্ষা নকৰিলে আৰু তেওঁৰ ৰাজ্যৰপৰা মটক ৰাজ্যলৈ পাইক উঠি যোৱাও বন্ধ কৰিবলৈ যত্ন নকৰিলে। পলিটিকেল এজেণ্ট মিঃ ৰবাৰ্টচনৰ দিনৰপৰা মটক ৰাজ্যৰ পৰা কৰ আদায় কৰা চেষ্টা চলি-ছিল। তেওঁৰ মতে বৰসেনাপতিয়ে স্বৰ্গদেৱক বছৰি ১২,০০০ টকা কৰ দিছিল আৰু সেই কাৰণে তেওঁ সদিয়াত ৰখা বৃটিছ সৈন্যৰ খৰচৰ ভাৰ বৰসেনাপতিৰ ওপৰত জাপি দিবলৈ আৰু তেওঁৰ পৰা বছৰি ৫০,০০০ টকা কৰ আদায় কৰিবলৈ ইচ্ছা কৰিছিল। ১৮৩৫ খৃঃত পাইকে বৃটিছ গৱৰ্ণমেণ্টৰ কাম নকৰাৰ বাবদ বছৰি ১৮০০৲ টকাকৈ বৰসেনাপতিক

সোধাৰবলৈ কোৱা হল। দুৱৰীয়া নায়কৰ বস্তুতকৈ টকা মূল্যবান নহয় বুলি বৃটিছ গৱৰ্ণমেণ্টে এই প্ৰস্তাৱ মানি নললে। মিঃ জেন্কিন্সে (Mr. Jenkins) মটক ৰাজ্যত কৰ লগাবৰ অভিপ্ৰায়ে মটক ৰাজ্যৰ আভ্যন্তৰীণ অৱস্থা তদন্ত কৰিবলৈ ১৮৩৮ খৃঃত মিঃ হোৱাইটক (Mr. White) মটক ৰাজ্যলৈ পঠালে। সেই সময়ত বৰসেনাপতি বৃদ্ধ হোৱাত তেওঁৰ ৰাজ্য সাত ভাগ কৰি, তেওঁৰ সাতোজন পুতেকক শাসন কৰিবলৈ দিছিল। মিঃ হোৱাইটে ১৮৩৮ খৃঃৰ মাৰ্চ্চ মাহত দাখিল কৰা ৰিপ'ৰ্ট মতে জনা যায় যে মটক ৰাজ্য শস্যপূৰ্ণা আৰু নদন-বদন আছিল। মিঃ হোৱাইটে বৰসেনাপতিৰ জীৱিত কালত কৰ ধাৰ্য্য কৰা উচিত বিবেচনা কৰা নাছিল আৰু বৰসেনাপতি পৰলোক হলে তেওঁৰ সাত পুতেকে ভোগ কৰা সাত খণ্ড ৰাজ্যত বৃটিছক আধা খাজানা সোধালে তেওঁলোকক ভোগ কৰিবলৈ দিবলৈ অনুমোদন কৰিছিল। সেই প্ৰস্তাৱ এজেণ্ট মিঃ জেন্কিন্সে সমৰ্থন কৰিছিল; কিন্তু বৃটিছ গৱৰ্ণমেণ্টে বৰসেনাপতি পৰলোক হলে তেওঁৰ ৰাজ্যৰ বিষয়ে কি কৰা হব তাক বৰসেনাপতিৰ জীৱিত কালত স্থিৰ কৰিবলৈ অস্বীকাৰ কৰিলে। ১৮৩৮ খৃঃৰ শেষৰ ফালে বৰসেনাপতিয়ে তেওঁৰ তৃতীয় পুত্ৰ (কোনোৰ মতে দ্বিতীয় পুত্ৰ) মাজু গোহাঁইক তেওঁৰ কাৰ্য্যনিৰ্ব্বাহক মনোনীত কৰি ৰাজ্য চলাবলৈ দি বৃটিছ গৱৰ্ণমেণ্টৰ অনুমোদন বিচাৰিছিল। তেওঁৰ এই কাৰ্য্যত তেওঁৰ সকলো পুতেক আৰু বিষয়াসকলে মত দিছিল। বৰসেনাপতিৰ জীৱিত কালত বৰসেনাপতিয়ে মাজু গোহাঁইক ৰাজ্য চলাবলৈ দিয়া কাৰ্য্য বৃটিছ গৱৰ্ণমেণ্টে অনুমোদন কৰিছিল।

১৮৩৯ খৃঃৰ জানুৱাৰী মাহৰ আৰম্ভনতে বৰসেনাপতি পৰলোক হোৱাত সেই মাহৰ ২০ তাৰিখে মেজৰ হোৱাইট ৰঙাগড়া পালেগৈ। বৰসেনাপতিয়ে মাজু গোহাঁইক উত্তৰাধিকাৰী পাতি থৈ গৈছিল। বৰ গোহাঁইকে আদি কৰি বৰসেনাপতিৰ সকলো পুতেক আৰু বাইজে বৰসেনাপতিৰ এই কাৰ্য্যক সমৰ্থন জনাইছিল। মেজৰ হোৱাইটে ভাবিছিল যে মটক ৰাজ্যত বৃটিছ শাসন পদ্ধতি প্ৰচলন কৰিলে সমগ্ৰ দেশত এক সাধাৰণ শাসন পদ্ধতি চলিব আৰু বৃটিছ গৱৰ্ণমেণ্টৰ স্বাৰ্থৰ অনুকূল হব; কিন্তু তাৰ খাজানা বৰ কম

হোৱাৰ কাৰণে বৃটিছ্‌ শাসন পদ্ধতি চলাবলৈ, টকাৰ নাটনি হ'ব আৰু আন-হাতে বেছি খাজানা নির্দ্ধাৰণ কৰিলে সদায় কম নিৰিখত খাজানা দিয়া ৰায়তৰ পৰা খাজানা তোলা সম্ভৱ নহব। তাৰ উপৰিও সেই সময়ত শ্যানবিলাকে আক্ৰমণ কৰাৰ আশঙ্কা আছিল। সেই কাৰণে সীমান্তত বন্ধু স্থাপন কৰি ৰখা আৱশ্যক হল। মেজৰ হোৱাইটে মাজু গোহাঁইক মটকৰ নায়ক বুলি ঘোষণা কৰিলে; কিন্তু তেওঁক বছৰি দহ হাজাৰ কৰ শোধাবলৈ আৰু তেওঁৰ ৰাজ্যত থকা পতিত মাটি চাহ খেতিৰ কাৰণে অছুতীয়াকৈ ৰাখিবলৈ আৰু চাহ খেতিয়ক আৰু মটক ৰাজ্যৰ প্ৰজাৰ মাজত বিবাদ মিমাংসা কৰিবলৈ এজন বৃটিছ কৰ্ম্মচাৰী তেওঁৰ ৰাজ্যত ৰাখিবলৈ কোৱা হল। মেজৰ হোৱাইটে তেওঁৰ বিপৰীত ববসেনাপতিয়ে তেওঁৰ সাতজন পুতেকৰ মাজত যি ব্যৱস্থা কৰি থৈ গৈছিল, সেই ব্যৱস্থা বাহাল ৰাখিবলৈ লিখিছিল; কিন্তু তেওঁ মাজু গোহাঁইৰ দাবী ৰক্ষা কৰাৰ পক্ষপাতি আছিল, কাৰণ ব্ৰহ্মদেশৰপৰা অসম আক্ৰান্ত হলে ৰচদ আৰু মজদুৰ পোৱা সুবিধা হব।

খামটি বিদ্ৰোহত মেজৰ হোৱাইট হানি হোৱাত কেপ্তেইন ভেৎচক (Captain Vetch) উজনি অসমৰ পলিটিকেল অফিচাৰ নিযুক্ত কৰিলে। খামটি বিদ্ৰোহত বৰসেনাপতিৰ বৰপুত্ৰ বৰগোহাঁয়ে নিজে সৈন্যলৈ বৃটিছক সহায় কৰিছিল। মিঃ জেনকিন্সে কেপ্তেইন ভেৎচক মটক ৰাজ্যৰ বিষয়ে তেওঁৰ অভিমত খুজি পঠালে। তেওঁ জনালে যে ১০,০০০ টকা কৰ ধাৰ্য্য কৰিলে, মটক ৰাজ্যৰ নায়কসকলৰ মাজত অসন্তোষ দেখা দিব আৰু তেনে অসন্তোষ অস্থায়ী (Officiating) পলিটিকেল এজেণ্ট মিঃ হন্নাই (Hanna) দাবি কৰা মতে মাজুগোহাঁয়ে মজদুৰ দিবলৈ অস্বীকাৰ কৰাও প্ৰকাশ পাইছিল। মিঃ ভেৎচে প্ৰস্তাৱ কৰিলে যে মিঃ স্কটে অৱলম্বন কৰা পদ্ধতিৰে পাইক পুনৰ পিয়ল কৰা হক আৰু মাজুগোহাঁয়ে পাইকৰ তিনি ভাগৰ দুভাগে হয় বৃটিছ গৱৰ্ণমেণ্টৰ কাৰণে খাটি দিবলৈ নাইবা তাৰ সলনি কৰ দিবলৈ দিব লাগিব। মাজু গোহাঁয়ে প্ৰস্তাব মানি লবলৈ স্বীকাৰ কৰিলে; কিন্তু সৈন্যৰ সহায়ত প্ৰজাক ভয় খুৱাই পিয়ল কৰা কাৰ্যত মত নিদিলে আৰু সৈন্যৰ সহায় নোলোৱাকৈ শান্তিপূৰ্ণভাৱে পিয়ল কৰাবলৈ আবেদন জনালে।

বৃটিছ গৱৰ্ণমেণ্টে কেপ্তেইন ভেৎচৰ প্ৰস্তাৱ মানি ললে ; কিন্তু মটক ৰাজ্যৰ উজনি খণ্ড মৰাণ অঞ্চলৰ (বৰ্ত্তমান এই অঞ্চলক মৰাণ নোবোলে কিন্তু তাত মৰাণসকল বাস কৰে।) বাইজৰ ধৰ্ম্মমত মটক বজাসকলৰ সৈতে পৃথক হোৱাত (মৰাণ আৰু মটক বজা একে মায়ামৰীয়া ধৰ্ম্মী) আৰু তেওঁলোকে মটক বজাৰ বাজত্ব ইচ্ছা নকৰাত, সেইখণ্ড মটক বাজ্যৰ পৰা পৃথক কৰি, মটক বাজ্যৰ নামনি খণ্ড যত স্বৰ্গদেৱৰ বাজ্যৰ পৰা উঠি যোৱা প্ৰজাসকল বাস কৰিছিল সেই খণ্ড মাজু গোহাঁইৰ তলত ৰাখি আৰু জংঘলী আৰু পতিত মাটি ইষ্ট ইণ্ডিয়া কোম্পানীক গতাই দিয়াৰ বন্দৱস্ত কৰি, এজেণ্টক মাজু গোহাঁইৰ লগত চুক্তি কৰিবলৈ আদেশ দিলে। মিঃ জেনকিন্সৰ আদেশত ১৮৩৯ খৃঃৰ ১২ নবেম্বৰ তাৰিখে কেপ্তেইন ভেৎচে "আসাম লাইটইন্‌ফেণ্ট্ৰি"ৰ ৩০০ আৰু উজনি অসমৰ ১৫০ চিভাণ্দি (Sibhandi) সৈন্য লৈ ৰঙাগড়ালৈ গল। তেওঁৰ প্ৰস্তাব মাজু গোহাঁই আৰু বৰ সেনাপতিৰ কোনো পুত্ৰই গ্ৰহণ নকৰাত মটক ৰাজ্য বৃটিছ ৰাজ্যৰ লগত চামিল কৰা হ'ল। এই কথা ১৮৪২ খৃঃত (Calcutta Gazette 1842 Pnge 683) কলিকতাৰ গেজেটত প্ৰকাশ হ'ল।




১৮৪০ খৃঃ মে' মাহত বৃটিছ গৱৰ্ণমেণ্ট জানিব পাৰিলে যে মটক ৰাজ্যৰ প্ৰজাই সীমান্তৰ জনজাতিৰ সৈতে লগ লাগি বিদ্ৰোহ কৰিবলৈ আয়োজন কৰিছে। সেই কাৰণে ছয়ত্ৰিছ ৰেছিমেণ্টৰ 36 th. Regimen দুই

কোম্পানী-সৈন্য উজনি অসমলৈ নিয়া আৰু বৰসেনাপতিৰ ক্ষমতাশালী তিনিজন পুতেকক জামিন স্বৰূপে গুৱাহাটীত ৰখা হল। কেপ্তেইন জেন-কিন্সে প্ৰস্তাৱ কৰিলে যে বৰ সেনাপতিৰ পুত্ৰ সকলে পেন্সন হিচাপে মুঠ খাজানাৰ এক তৃতীয়াংশৰ এভাগ টকা হিচাপে আৰু আন ভাগ গাইপ্ৰতি ১০০০ পৰা ১৫০০ একৰলৈকে ( ৩'০২৫ বথাই এক একৰ) মাটি হিচাবে পাব। গুৱাহাটীত থকা বৰ সেনা পতিৰ তিনি পুত্ৰই সেই প্ৰস্তাৱত মান্তি হল কিন্তু নিজ ৰাজ্যপাই সকলোৱে একে ঠাইতে লগালগিকৈ মাটি বিচাৰিলে। এজেন্টে সেই দাবি মানি নললে। বৰ সেনাপতিৰ পুত্ৰ সকলে আন্দোলন চলালে। তাৰ ফল স্বৰূপে বৰ সেনাপতিৰ সকলো পুত্ৰ আৰু উপদেষ্টা সকলক বিশ্ব নাথলৈ স্থানান্তৰিত কৰা হল। তাত বৰ সেনাপতিৰ পুত্ৰ-সকলক বৃটিছৰ সৈন্য নিবাসৰ ওচৰত কিছু মাটি দিয়া আৰু সম্পূৰ্ণ টকাৰে পেন্সন দিয়া হল। মটক ৰাজ্যৰ সামৰণি পৰিল। বৰ সেনাপতি৷ পুত্ৰ সকল বিশ্বনাথত নাথাকি পুনৰ পিতৃ ৰাজ্যলৈ ঘূৰি আহিল।

মাটিবৰ বৰসেনাপতিৰ পুতেক সকলে বৃটিছৰ পৰা পেন্সন পাইছিল। প্ৰথমে সৰ্ব্বানন্দ সিংহৰ বংশধসকলৰ ভিতৰত বছৰেকত প্ৰায় ৭০০০ টকা পেন্সন দিছিল। কলিবৰ আৰু কমলেশ্বৰৰ পুতেক সকলেও পেন্সন পাইছিল; কিন্তু তেওঁলোকৰ মৃত্যুৰ লগে লগে পেন্সন বন্ধ হল। মাটিবৰৰ দহজনা ল'ৰা পাঁচ জনী ছোৱালী আৰু তিনি গৰাকী বিধবা আছিল। তেওঁলোক সকলোৱে পেন্সন পাইছিল। ছোৱালী কেইগৰাকীৰ মৃত্যুৰ লগে লগে তেওঁলোকৰ পেন্সনৰ ওৰ পৰিল। মাটিবৰৰ পুতেক চুৰত পেন্সন আৰু পিৰিকাৰ পুত্ৰ সকলৰ পেন্সন ভাৰত গৱৰ্ণমেণ্ট বা বেঙ্গল গৱৰ্ণমেণ্টে বন্ধ কৰিলে। মাটিবৰৰ পুতেক খোৰা ওৰফে নখিৰত গোহাঁইৰ চাৰিজন পুতেক আছিল। তেওঁলোকৰ পেন্সনৰ বিষয়ে গৱৰ্ণমেণ্টৰ একো হুকুম নহল। মাটিবৰৰ পুতেক ভগিৰথ আৰু তেওঁৰ পাঁচোজন পুতেক আৰু তেওঁলোকৰ পুতেক সকলেও পেন্সন পাইছিল; কিন্তু তেওঁলোকৰ মৃত্যুৰ লগে লগে পেন্সন বন্ধ হল। বৰ্ত্তমান ভগিৰথৰ পুতেক বিৰবৰৰ পুতেক শ্ৰীলক্ষেশ্বৰ গোহাঁয়ে কেন্দ্ৰীয় চৰকাৰৰপৰা মাহে ৬৷৵৯ পাই পেন্সন পায়। ভগিৰথৰ পুতেক বিৰোবৰ পুতেক ভক্তিবৰ ১৯৫২ খৃঃ ৰ চেপ্টেম্বৰ মাহত ঢুকাল। তেওঁ মৃত্যুৰ দিনলৈকে কেন্দ্ৰীয় চৰকাৰৰ পৰা মাহে ১১৷৵৯ পাই পেন্সন পাইছিল।

মটক ৰজাসকলে কীৰ্ত্তিচিন স্বৰূপে ওপৰত উল্লেখ কৰা বৰা দলৰ পৰা এক পুখুৰীৰ বাহিৰে তলত দিয়া পুখুৰীবিলাক পোৱা যায়। (১) বৰজানজলী গাৱঁত (ক) লেওগনী-পুখুৰী—৪২১ নং দাগ ৩/৯ (পানী আৰু পাৰ), (খ) বাট পুখুৰী ২৫৩ নং দাগ—৩৶১৩ (পানী আৰু পাৰ), (গ) বৰ পুখুৰী—৫২ নং দাগ—৫/১৩ (পানী), ৫৩ নং দাগ—৪/১৯ (পাৰ), আৰু (ঘ)—লেমটেৰ পুখুৰী ৬১ নং দাগ—১৶/১৯ (পানী), ৬২ নং দাগ—১৵৫ (পাৰ)। (২) ককবাৰী গাওঁ কুন্তী-পুখুৰী—২৮২ নং দাগ—৵১৮ আৰু ২৮৩ নং দাগ—৶/১ (পানী), ২২১ নং দাগ—১৶২ আৰু ২৮৪ নং দাগ—১৵১৫। এইচাৰিওটা দাগৰ মঃ স্বৰ্ণলতা বৰাৰ নামে ৩৮ নং ম্যাদি পট্টা আছে। (৩) তিনিচুকীয়া টাউন—(ক) দেবী পুখুৰী—৩৪১ নং দাগ—১৶/১০ (পুখুৰী), ৩৩৯ নং দাগ—২৵১৪ (পাৰ), ৩৪০ নং দাগ—১/২ আৰু ৩৪২ নং দাগ—১৲ (খাৰৈ); এই দাগ কেইটা চৰকাৰী আৰু অন্তে বাসন্তী শিৱ মন্দিৰ আছে। ৩৩৮ নং দাগ—(খাৰৈ) শ্ৰীকমলেশ্বৰ বৰুৱাৰ নামত ম্যাদি পট্টা আৰু ৩২৯ নং দাগৰ অংশ— ১০ (খাৰৈ) ডেকেশ্বৰ ডুঙবমল কাৰ্মৰ নামত ম্যাদি পট্টা। (খ) কাৰৈ পুখুৰী—৩১৬ নং দাগ—ডুঙৰ মল কাৰ্মৰ নামত ম্যাদি পট্টা। (খ) কাৰৈ পুখুৰী ৩১৬ নং দাগ ১০৶/২ (পুখুৰী), ৩১১ নং দাগ ২৶/১৮, ৩১২ নং দাগ—২৶৪ আৰু ৩১০ নং দাগ ৩৵৯ (এই তিনি দাগ পুখুৰীৰ পাৰ।) এই চাৰিও দাগতে শ্ৰীশৈলেশ চন্দ্ৰ শৰ্মা আদিৰ নামে ম্যাদি পট্টা আছে। ৩১৭ নং দাগত ২,’১০ আৰু ৩১৮ নং দাগত ২৵১২ (দুয়োটা দাগ পুখুৰী পাৰ)। এই দুই দাগতে শ্ৰীঅনিল চন্দ্ৰ কটকী আদিৰ নামে ম্যাদি পট্টা আছে। ৩১৯ নং দাগ—১৪ (পাৰ)। চৰকাৰীহৈ আছে। ৩১৩ দাগৰ ১৶১০ (পাৰ) শ্ৰী মধুসূদন বৰুৱাৰ নামে ম্যাদি পট্টা আছে। (গ) জনাদিনৰ পুখুৰী ৫৬৭ নং দাগ—২/৩ (পুখুৰী) চৰকাৰী হৈ আছে। ৫৬৬ নং দাগৰ ৵৫ শ্ৰীমতী সুৱলা খাঁদা পুৰ নামত ম্যাদি পট্টা আছে। (ঘ) কদমনী পুখুৰী—৭৪৮ নং দাগ—৩৶১৬ শ্ৰীমহম্মদহেমিদৰ নামত ম্যাদি পট্টা আছে। ৭৪৪ নং দাগ—১/১১ (পাৰ) শ্ৰীবিষ্ণু কৈৱৰ্ত্তৰ নামত ম্যাদি পট্টা আছে। ৭৪৫ নং দাগ—৫, ৭৪৬ নং দাগ—৵১৫ আৰু ৭৪৭ নং দাগ—১৶১১ (পাৰ) চৰকাৰী হৈ আছে।। (ঙ) দ-পুখুৰী ২০৮৩ নং দাগ—১০৶৪ (পুখুৰী) ২০৮১ নং দাগ—১৵১১, ২০৮০ নং দাগ—১০৶/৪, ২০৮৩ নং দাগ ৫/৫, ২০৮২ নং দাগ—/৮।

এই কেইটা দাগ পুখুৰীৰ পাৰ। ২০৭৭ নং—দাগ ১৯/৯, ২০৭৯ নং দাগ—৪/৯ আৰু ২০৭৮ নং দাগ ১/৩। এই কেইটা দাগ পুখুৰীৰ চাৰিও কালৰ যমুনা। ইয়াৰ সকলো মাটি চমকাৰী হৈ আছে। পাৰৰ প্ৰান্ত গান্ধীপার্ক আৰু বমুনা বিলাকত—"কিচাৰি" পাতিছে। এই পুখুৰী আহোমৰ আহিত ৰব সেনাপতিয়ে খনাইছিল। ইয়াৰ পানী আহোম সকলে খলোৱা পুখুৰীৰ পানীৰ দৰে চাৰিও কালৰ সমতলৰ পানীতকৈ ওপৰত আৰু কটকটিয়া।

---


সহায় লোৱা হল—

১। বংশাৱলী পুথি (নিলম্বৰ শৰ্ম্ম)

২। Imperial Gazetteer of India. Eastern Bengal and Assam.

৩। তীব্ৰপ্ৰতিবাদ। শ্ৰীশ্ৰীউৎসৱানন্দ অধিকাৰ গোস্বামী, মায়ামৰা পুৰণি মাটি সত্ৰ।

৪। শ্ৰীশ্ৰীআদি চৰিত। শ্ৰীমহেন্দ্ৰ নাথ ভট্টাচাৰ্য্যৰ দাৰা সংগৃহীত আৰু সম্পাদিত।

৫। তুঙ্গখুঙ্গীয়া বুৰঞ্জী। সম্পাদক—৺সূৰ্য্য কুমাৰ ভুঞা, এম, এ; বি,এল।

৬। Ahom Buranji, Translated and Edited by Rai Sahib Golap Chandra Barua.

৭। A History of Assam. Sir E. A. Gait.

৮। An Account of Assam. Dr. J. P. Wade

৯। শ্ৰীনৰেশ্বৰ গোহাঁই, চাবুৱা।

১০। " হেমচন্দ্ৰ গোহাঁই সেনাপতি, ডিব্ৰুগড়।

১১। " গোপাল শৰ্মা, এছ, দি, চি।

১২। " সত্যবান গগৈবৰুৱা, নালুক।

১৩। নিজৰ অভিজ্ঞতা।

১৪। সাতসৰী অসম বুৰঞ্জী। ডং ৺সূৰ্য্যকুমাৰ ভুঞা, এম,এ, বি, এল, [কেল], পি-এইচ-দি [লণ্ডন], দি, লিট [লণ্ডন]

১৫। The Annexation of Assam. R. M. Lahiri, M. A. D. Phil.


শ্ৰীসৰ্বানন্দ ৰাজকুমাৰ।
গুৱাহাটী। ২৭।৭।৬৩

---